গোপি বোল ॥ আহে, তুহু বলাইক কনিষ্ঠ : আঃ জানল৫ : কি নিমিত্ত এথা আৱল৬ থিক ॥

কৃষ্ণ বোল ॥ আহে গোপি : হামু হামাৰ মন্দিৰ বুলি আৱল৭ : পন্থ বিচুৰল ॥

পদ ॥ জানিলোঁ আসিলা তুমি ঘৰ নজামিয়া ॥
লৱনু কলষে কেনে আচ হাত দিয়া ॥

কথা ॥ গোপি বোল ॥ হে কৃষ্ণ : তুহু ঘৰ নাহি জানি আৱল৮ : ইহাত কোনো দোষ নাহি : হামাৰ লৱনু কলসি ভিতৰে : কৈচন৯ হস্ত নিবেসিয়ে থিক ॥*॥

কৃষ্ণবোল ॥ আঃ হামাক বড় দোষ পাৱল১০ : ওঁহি পিপিলিকা সব লৱনু নাষ কয়ল : ইহাক দূৰ কৰিবতে হাত দিয়াআছি ॥

পদ ॥ হৰি বোলে গোপি বড় দোষ পাইলি বাছি।
পিম্পৰা গুচাইতে১১ লাগি হাত দিয়া আছি ॥
গোপি বোলে উপকাৰ কৰি আচ ভাল ॥
কিসক জগাইলা১২ মোৰ নিন্দ্ৰেৰ১৩ চৱাল ॥

কথা ॥ গোপি বোল ॥ হে কানাই : তুহু হামাক ভল্ল উপকাৰ কয়ল১৪ : আঃ ওঁহি নিন্দ্ৰাক বালক কি নিমিত্ত জগাৱল১৫॥ *॥

৫। জানলো : ৬। আৱলি : ৭। আৱলো : ৮। আৱলি : ৯। কৈছে : ১০। প্যবলি : ১১। গুচাইবে : ১২। জগাইলি ১৩। নিন্দ্ৰাৰ : ১৪। কয়লি : ১৫। জগাৱলি :



কৃষ্ণ বোল ॥ হে গোৱাৰি১৬ : ওঁহি বালক সমে ধেনু ৰাখল১৭ : হামাৰ এক বাচৰু নাহি পাৱত : তাহেক পুচিতে ওঁহি বালক জগাৱল১৮॥

পদ ॥ কানু বোলে বৎস মঞি খুজিয়া নপাইলোঁ।
তাৰে পুচিবাৰে তোৰ১৯ চৱাল জগাইলোঁ ॥
গোপি বোলে সুন অৰে টেন্টন কানাই।
তোহোৰ২০ মুখত দেখো২১ লৱনু গন্ধাই ॥

কথা ॥ গোপি বোল ॥ হে২৪ কানাই : তুহু বড়ি নাগৰ : হামাক সব লৱনু খাই : ঝুন্টা২২ বাত কহইছ : জব তুহু লৱনু নাহি খাৱল : তব বচন বোলিতে তোহাৰ বদন হন্তে কৈছন২৩ লৱনুক গন্ধ বাঝ হোই ॥*

কৃষ্ণ বোল ॥ হে২৪ গোৱাৰি : তুহু বড়ি দাৰুণ হৃদয় : আপুন জিহ্বা ৰাখিতে নাপাৰি : আপুন গৃহে লৱনু খাৱল২৫ : অব ভতাৰক ভয়ে : হামাক অপযস দেৱত : হামাৰ গৃহে লৱনু কে পুচত : খাইবাক নপাই : ইহাৰি গৃহে চোৰি কৰি লৱনু খাৱল ॥*॥

পদ ॥ কানু বোলে সুন অৰে গোপি নিদাৰুনি।
তোহোৰ মুখত গন্ধ তইসে চুৰুনি ॥
সুনিয়া গোপিনি খুজি২৬ নপাইলা উত্তৰ
মিছা মাতি গোপিৰে ভাণ্ডিলা দামোদৰ ॥

১৬। গোৱালি : ১৭। ৰাখলো : ১৮। জগাৱলো : ১৯। লাগি : ২০। তোহাৰ : ২১। কেনে : ২২। অব ঝুন্টা : ২৩ কৈছে : ২৪। আহে : ২৫। খাৱলি : ২৬। এবোল সুনিয়া (গোপি)

সকল কলাৰ গুৰু প্ৰভু নাৰায়ণ ।
গোপিৰে ভাণ্ডিবা তুমি এ কুন জতন ॥
কহয় মাধব হৰি সৰন তোহ্মাৰ ।
মিচা মাতিবাৰ প্ৰভু কমন২৭ বেৱহাৰ ॥*॥১॥

সুত্ৰ ॥ হে সামাজিক২৮ : শ্ৰীকৃষ্ণক ঐচন বানি সুনি : গোপি উত্তৰ নাহি পাৱল : পৰম লজ্জিত হোই পুনু শ্ৰীকৃষ্ণক জে বোলল তা সুনহ ॥*॥

গোপি বোল ॥ হে২৯ কানাই : তোহাক হামু উত্তৰে নাহি পাৰল ৩০ : আজু তোহাৰি মাৱক আগু সব কথা কহিয়ে: হামু তোহাক জে যানু তা কৰব ॥*॥

সুত্ৰ ॥ ওঁহি বোলি গোপি পড়াক গোপিসবক ডাক দিয়ে : এক থান হোই : সবহি গিয়া : যসোদাক আগু কহল ॥*॥

কথা ॥ গোপি বোল । হে মাই যসোদে : তোহাৰি বালক কানাই : হামাক জে জে অপকাৰ কৰত : তা সুনহ : হামাক গৃহে দধি দুধ৩১ ৰহয়ে নাহি : শ্ৰীকৃষ্ণ বালক৩২ সহিতে নাষ৩৩ কয়ল ॥*॥

অপৰ গোপি বোল ॥ হে মাই : ওঁহি কৃষ্ণক কথা কত কহব : হামাৰ সঞ্চিত লৱনু চুৰি কৰি খাই : জোখাকভাণ্ড ভাঙ্গি পেহ্লাৱল ॥*॥

---

২৭। কোন : ২৮ । সামাজিক লোক : ২৯ । আহে : ৩০ । পাৰলো : ৩১ । দুধ লৱনু ৩১ । বানৰ : ৩৩ । সব নাশ :



অপৰ গোপি বোল ॥ হে মাই : ওঁহি কানাইক হামু চোৰ ধৰল : হামাক ভাণ্ডিয়ে বোহুত উত্তৰ দেলহ : হামাক জে৩৪ বোলল : সে কথা কহিতে হামাৰে সে লাজ : ওঁহি কানাইক কথা কত কহব : কৃষ্ণক নিমিত্তে হামু৩৫ ৰহয়ে নাপাৰি ॥*॥

যষোদা বোল ॥ হে বালক যাদৱ : তোঁহো গুৱালক পৰা কতিহু জায়ব নাহি : তোহাৰি অপযস হামু কত সহব : হামু জে কহি তা সুনহ ॥*॥

2 গিত ॥ ৰাগ শ্ৰি॥ পৰিতাল ॥

ধ্ৰুং ॥ যাদৱ নজায়ো নজায়ো তুমি গুৱালৰ পৰা ।
কত না সহিবো মঞিঁ তোহ্মাৰ জগৰা ॥

পদ ॥ কেহোঁ বোলে চুৰি কৰি খাইলোঁ৩৬ লৱনী ।
সব দধি দুধ খাইলো৩৭ বোলে কেহু জনি ॥
কেহু বোলে ভাঙ্গিলো৩৮ জোখাৰ মেৰি ভাণ্ড ।
এমন বয়সে তুমি এতমান চাণ্ড ॥
মোহোৰ ঘৰেৰ দধি৩৯ মন দেঞঁ যদি ।
প্ৰতি দিনে দিনে বৱাইবাক৪০ পাৰেঁা নদি ॥

---

৩৪। জে জে : ৩৫। হামুসব : ৩৬। খাইলে : ৩৭। খাইলে : ৩৮। ভাঙ্গিলে : ৩৯। দুধে : ৪০। বহাইবাক :

তথাপি নোজোড়ে হৰি খাইবাক তোহ্মাৰে৪১।
চুৰি কৰিবাৰে জাৱ পৰাৰ ঘৰবে৪২ ॥
নানান স্থুৰষ কৰি নানান বাখৰে।
জতন কৰিয়া সাজু৪৩ খাইবাক তোহ্মাৰে ॥
জত পাৰমানে খাৱ পেট ভৰি ভৰি।
ছুখিৰ চৱালি ৪৪ জেন ফুৱা ৪৫ চুৰি কৰি ॥
আৰ যদি জাৱ তুমি গুৱালেৰ বাৰি।
হেমনে মাৰিবোঁ যেন গাৱে ৰহে খাৰি ॥
কহয় মাধৱ মাই গালী পাৰ কাৰে।
ওঁহিতো নিৱন্তা হৰি আতমা সবাৰে ॥*॥২॥

কথা ॥ হে পুতা : তোহাৰি বাপ নন্দ : সব গুৱালক ৰাজা : হামু তাহেৰ পতনি : হামাক উদৰে জনমি তুহু ঐচন ছুৰ্যন ভেলি : হামাক গৃহে দধি নাহি : ছুধ নাহি : লৱনু নাহি : সন্দেস নাহি : কোন বস্তু নাহি : তোহাক হামু ৪৭ খাইতে নাহি দেখি ৪৮ : তুহু কি ভোজন নাহি কৰত : কাঙ্গালক চৱাল জৈচন তুহু৪৯ বেড়াৱ : আজু তোহাক হামু সিখা৫০ দেৱব : গোৱালক পড়া জৈচন নাহি জাৱ ॥*॥
সাঙ্গ বোল ॥ হে মাই : তুহু কাহেক ঐচন গাৰি দেসি৫১ : ওঁহ জগতক আতমা : ব্ৰঁহ্মাৰুদ্ৰাদি দেৱতা-

৪১। তোমাৰ : ৪২। ঘৰে : ৪৩। সাজো : ৪৪। ছৱাল : ৪৫। ফুৰ : ৪৬। এমনে : ৪৭। হামুকি : ৪৮। দেওঁ : ৪৯। তদ্বৎ : ৫০। সিখাবব : ৫১। দেৱাস :



সবো : জাহেৰ আজ্ঞা বানি : পৰম সাদৰে বহত : তাহেক তুহু নিয়ম কৰিতে চাৱ৫২ : উচিত৫৩ নহে ॥
কৃষ্ণ বোল ॥ হে মাই : তুহু কতিহোঁ গাৰি নাহি দেৱব : তুহু বাৰম্বাৰ জত অপমান দিয়াছ৫৪ : তাহেক হামু সহইছি : অব বচনেক বুলি তা সুনহ ॥*॥

৮ গিত ॥ ৰাগ-ভাটিয়ালি ॥ একতাল ॥

ধ্রুং ॥ আলো৫৫ মাই : গালি তুমি নাপাৰিয়ো কাৰে।
জত অপমান মোৰে : দিয়া আচ বাৰেবাৰে :
ভালে আমি সয়া আচোঁ তাৰে ॥
পদ ॥ কোন চাৰ পুৱাতন : সে কৰা ছুইৰ ধন :
কলসি ভাঙ্গিল৫৬ দেখি ৰাগে।
হৈবাক নৰৈল মোৰ : জেন পাইলে৫৭ খণ্টচোৰ :
বান্ধিলা গোৰুৰ লৈয়া পাগে ॥
এই ৫৮ অপৰাধ খানি : নসৈলা নন্দেৰ ৰানি :
আৱৰ সহবা তুমি কি।
তোহ্মাৰ লক্ষন দোখ : জগতে জানিলোঁ ৫৯ তুমি :
জেন বড় মানুষৰ ঝি ॥
তপ যপ জজ্ঞ জত : নাহি দান পুন্য ব্ৰত :
আচিলা জনম আণ্ঠুকুৰি।

৫২। চাহ : ৫৩। মাই উচিত : ৫৪। দিয়া আছ : ৫৫। আগো ৫৬। ভাঙ্গলো ভাঙ্গিলোঁ : ৫৭। পায়া : ৫৮। ওহি : ৫৯। জানিলে :

আমি পুত্র হুয়া আসি : সে দোষ কৰিলোঁ দুৰ :
আবে তোহ্মাৰ আমাতে চাতুৰি ॥
আতি নিদাৰুনি জানি : যুবাকালে নুপজিলোঁ :
বৃদ্ধ কালে পুত্র ভৈলোঁ এথা ।
সামান্য নাৰিয়ো জানে : বৃদ্ধ হুয়া নজানিলা :
আপুন পুত্রৰ দায়া বেথা ॥
জগত ঢাকিয়া ঘোৰ : দুৰ্যস ৰাখিলা মোৰ :
নকৈলা আহ্মাৰ কোন কাম
জত উপকাৰ ৬০ গুন : সকলে ঢাকিয়া দিলা :
আহ্মাৰ লৱনু-চোড়া নাম ॥
ৰাজাৰ কুমাৰ হুয়া : পৰু চাৰি খাওঁ ভাত :
দুৰ্গম সঙ্কট বনে বনে ।
তথাপিতো আমিভাল : বোলাইবাক নপাৰিলোঁ
আৰো ভাল বোলইব কমনে ॥
সহিয়া থাকিলে ভাল : সকলে জগতে বোলে :
উচিত বোলিতে লাগে দন্দ ।
জত অপমান দুখ: সকলে সহিয়া থাকি :
তথাপি আমিসে ভৈলোঁ মন্দ ॥
অপমান সহিবাক : নপাৰি পলায়া জাইবোঁ :
কংসৰ নগৰি মধুপুৰি ।

৬০ । উপহাৰ :



আহ্মাক নপায়া লাগ : কান্দিয়া মৰিবা পাছে :
সকল ভাৱনা হৈব চুৰি ॥
জাহাৰ মায়াৰ অন্ত : ব্ৰহ্মা হৰে নপাৱন্ত :
হেন হৰি চাতুৰি খেলাই ৬১ ।
কহয় মাধৱ প্ৰভু : আৰ কিছো নবুলিয়ো :
তোহ্মাৰ জননি দুখ পাই ॥*॥৩॥

কথা ॥ কৃষ্ণ বোল ॥ হে মাই : তুহু বিস্তৰ নাহি বোলব : হামু তোহাৰি ভৰ্চ্ছনি সহব নাহি : কোন চাৰ পুৰাতন কলসা ভাঙ্গল : কড়া দুইক ধন হানি কয়ল : তাহেক গাৱে নাহি সহল : আৰ কি সহব : তোহাৰি ভাৱ দেখি : সবলোকে জানল : তুহু জৈচন বড় মানুষক ঝি । আ : হে মাই : তুহু জনম আঠুকুৰি ৰহয়ে ৬৩ থিক : হামু পুত্র হুয়া সে দোষ দুৰ কয়ল ৬৪ অব হামাক আগু চাতুৰি লগাৱল ৬৫ ॥ আ : কি দাৰুন হৃদয় : আপুন পুত্ৰক দায়া নাহি জানত : জগত ঢাকিয়ে লৱনু-চোৰ নাম দেলহ : আৰ হামাক কৰিতে কি ৰহল । অব অপমান সহিবাক নপাৰি পলাঅব : ৬৬ : তোহাৰি ভাবনা চুৰ কৰব : হামাক নপাই পাচু কান্দি মৰব ॥ * ॥

সঙ্গি বোল ॥ হে পৰমেস্বৰ : আৱৰ কিচো নাহি বোলব : তোহাৰি জননি দুখ পায় : তোহাৰি

৬১ । খেলায়ে : ৬২ । পাৱে : ৬৩ । হয়ে : ৬৪ । কয়লোঁ : ৬৫ । লগাৱলি : ৬৬ । মধুপুৰি পলাঅব :

মায়াৰ অন্ত ঃ ব্ৰহ্মাদি দেৱতা সবো নাহি পাৱত ঃ সামান্যক কি কহব । হে পৰমেস্বৰ ঃ তোহাৰি অভয় চৰনে ঃ কৌটি পৰনাম কৰোঁহোঁ ॥ * ॥

সুত্ৰ ॥ হে সামাজিক ঃ পৰম ইশ্বৰ শ্ৰীকৃষ্ণ কৃপা ৬৭ গুনে অবতোৰি ঃ নানা বিনোদ কয়ল ঃ ইহাক শ্ৰৱন-কিৰ্ত্তন কৰি সুখে সংসাৰ তৰব ঃ জানি কৃষ্ণচৰনে সৰন সাৰ কয় নিৰন্তৰে হৰি বোল হৰি বোল ॥ * ॥

পিম্পৰা গুচয়া ঝুমুৰা সমাপ্ত

তাৰিক্ষ আঘনৰ একৰ্দিন জাৰতে বুধবাৰে সম্পূৰ্ণ লিখা হৈছে । সক ১৭৩১ ॥ * ॥

[ ৰামদিয়াৰ এখন ১৭৩১ শঁকৰ আঘোনত লিখা সাঁচিপতীয়া পুথি, এখন ছপা নাট আৰু এখন বৰপেটা সত্ৰৰ নকল বহিৰ পৰা উদ্ধৃত । পাঠ আৰু বৰ্ণবিন্যাস ১৭৩১ শঁকৰ পুথিৰ মতে ৰখা হৈছে । ]

৬৭ । কৃপালু ঃ

# ভোজনবিহাৰ ঝুমুৰা ।

শ্ৰীকৃষ্ণায় নম ঃ ॥

শ্লোক ॥ নম ঃ শ্ৰীকৃষ্ণবাসুদেৱানন্তশক্তে
নাৰায়ণাখিলগুৰো ভগৱন্নমস্তে ।
নমো ব্ৰহ্মমূৰ্ত্তিশ্ৰীহৰে বিশ্বেশ্বৰ
কমলনয়নাচ্যুত নমস্তে নমস্তে ॥১॥

অপিচ ॥

গোৱিন্দং পৰমানন্দং সঙ্গে গোপৈ ঃ সমন্বিতম্ ।
বৃন্দাৱনৱিহাৰিণং শ্ৰীকৃষ্ণং প্ৰণমাম্যহম্ ॥২॥

অথ ভটিমা ॥

প্ৰাতস সময়ে ঃ জযোৱা জননি ঃ
মুখ চুম্বিত স্যাম জগাঅনো কো *
উঠ মেৰে ১ লাল ঃ মদন গোপাল ঃ
আৰে তেৰে ২ গোৱাল বলাঅনো কো ¶ ॥

* জগাৱন কো ঃ ¶ বলাৱন কো ঃ
১ । মেৰি ঃ ২ । তেৰি

অব রুটিয়া ৩ লেহু : মাখন চঞ্চো ৪ পুৰি :
মুৰুৰি৫ লেহু স্যাম বজাৱন ৮ কো § ।
বৃন্দাৱনে জাহি ৬ : আনন্দ করু ৭ :
যমুনাতটে ধেনু চৰাৱনকো ৯ §§ ॥
ছোড়় ভৱন ১০ : চলু ১১ নন্দ নন্দন :
গোধন চাৰন কাৰণ ১২ ৰে ।
দাম ১৩ সুদাম : সখিসব মিলত :
আনন্দে গোবিন্দ খেড়় খেলাৱত ৰে ॥
সত সত বৎস : বিমল তরুন ১৪ :
নবিন চবিন চলাৱত ৰে ।
সিঙ্গা উপাঙ্গ : বেনু মুহ বাজত :
হোঁৰ গোৱাল ভুলাৱত ৰে ॥
গিৰিপতি ধ্যান : তেজি অৱধান ১৫ :
মুৰুৰিক সান বিমোহিত ৰে ।
তোহোঁ জগন্নাথকি : দাসকি ১৬ মাধৱ :
মুহ ভৰি ৰাম কহাৱত ১৭ ৰে ॥

সূত্ৰ ॥ আহে সামাজিক লোক : জে চৰাচৰ গুৰু নাৰায়ণ : সৰ্ব্ব লোক হিত কাৰণে : নন্দক গৃহে বেকত হয়া

৩। রুটিয়া সব : ৪। চঞ্চ : ৫। মুৰুলি, মুৰৰী : ৬। জোহি : ৭। কৰি : ৮। বজাঅন কো ৯। চৰাৱনকো : ১০। ভুৱন : ১১। চলহু : ১২। কানু, কানন : ১৩। শ্ৰীদাম : ১৪। বিমল সুবিমল, অমল বিমল : ১৫। অবসান : †† চৰাৱন কো ১৬। দাস : ১৭। কহতু : † বজাৱন কো



কহোঁ : কপট গোপ বেসে : পৰম আনন্দে : ভকত সবৰ মনোৰথ পুৰিয়ে : জৈচে বৃণ্ডাবনে নানান ৰসে খেলনা কয়ল : তা দেখহ সুনহ নিৰন্তৰে হৰি বোল হৰি১৮ ।

## গীত ॥ সিন্ধুড়া ॥ মান জোঁত ১৯ ॥

ধ্ৰুং ॥ এ ২০ কানু সাজে সাজে : কানু সাজে সাজে ।
সিঙ্গাৰ নিসান বাজে ॥
পদ ॥ নিসি অৱসানে : বংসিৰ নিসানে গ'
ডাকয় ২১ ছিৰি গোপাল ২২ ।
ভোজন সম্ভাৰ : লৈয়া ভাই২৩ সব
সাজিয়া আইস সকাল ২৪ ॥
আজু বন মহ : কৰব ভোজন গ' :
জানিয়া সিশুসকলে ।
কৰিয়া জতন : সাজি দধি অন্ন :
আইল সবে কৌতুহলে ।।
গাৱে গাৱে বৎস : অনেক সহস্ৰ গ' :
চলাৱে গোৱাল গণে ॥
কৃষ্ণৰ অসংখ্য : বৎস বান্টি লৈয়া
চলি আইলা ২৫ বৃন্দাবনে ॥

১৮। হৰি বোল, হৰি ( লোপ ) : ১৯ পৰিতাল : ২০। এ ( লোপ ) : ২১। ডাকৰে : ২২। গোপালে : ২৩। ভায়া : ২৪। সকালে : ২৫। ভৈলা, গৈলা, :

সিঙ্গা বংসি বেত ঃ পিত ধড়া ২৬ নেত গ' ঃ
গুঞ্জা গেরু মৈৰা-পাখি ।
নটবৰ জিনি ঃ সাজে২৭ যতুমনি ঃ
ফিৰে ২৮ বনে বৎস ৰাখি ॥
হাসিয়া মোহন ঃ বাঁসিটি বজাএ২৯ গ'
গোৱাল বালক সঙ্গে ।
ৰূপে কোটিকাম ঃ জিনি বহু ৰসে ং
খেলান খেলাই৩০ ৰঙ্গে ॥
জাক ব্রহ্মজ্ঞানী ঃ ব্রহ্ম বোলে৩১ দাসে ৩২ গ' ঃ
বোলয় পৰম দেৱ ।
মায়াবিমোহিত ঃ বোলে নন্দসুত ঃ
ব্রহ্মা করু জাক সের ॥
অনেক জনমে ঃ যোগেশ্বৰো জাৰ গ' ঃ
নপাৱে পদ-ধুলাক ।
কহয় মাধৱ ঃ আখিৰ গোচৰে ঃ
ব্রজবাসি দেখে তাক ॥*॥১॥

সূত্র ॥ আহে সমাজিক লোক ঃ শ্রীকৃষ্ণ বৃন্দাবনে নানান নৃত্য কয় যমুনাক বালি পাৱল ঃ পৰম সুকোমল বালি পেখিয়ে ঃ শ্রীকৃষ্ণ সিশুসবক জে বোলল ঃ তা সুনহ ॥*॥

---

২৬। ধৰা ঃ ২৭। সাজি ঃ ২৮। ফুৰে, চলে ঃ ২৯। বজাৱে ঃ ৩০। খেলাৱে ঃ ৩১। বুলি ঃ ৩২। দাকে, যাক, সদা ঃ



কৃষ্ণ বোল ॥ আহে সখিসব ঃ পেখু পেখু৩৩ ঃ
কেনে৩৪ ৰম্য স্থান ঃ পৰম সুকোমল৩৫ বালি ঃ
পদ্মগন্ধে ভ্রমৰ আকুল কৰৈছে৩৬ ঃ পদ্মক বেঢ়িয়া
ভ্রমৰে গুঞ্জৰে ঃ আহেৰ৩৭ লগে বৃক্ষো জেন মাতয় ঃ
বেলা গৈল ঃ আসা অহিতে ভোজন কৰোহো ঃ
পানি পিয়া ঃ বৎসসব কাসতে চৰোক ॥*॥

সূত্র ॥ শ্রীকৃষ্ণক বাক্য৩৮ সুনিয়ে সিশুসব৩৯ বোল ॥*॥
আঃ সখি ঃ হামাৰো ওহি সন্মত ॥*॥

সূত্র ॥ ওহি বুলি সিশুসবে গাৱে গাৱে গোবৎসক জলপান কৰাৱল ঃ তদনন্তৰে আপুনো জল ভোজন কয়ল ঃ পৰম খুধাতুৰ হয়া ঃ কৃষ্ণক মধ্য কৰিএ ঃ দধিভাত মেলিয়ে ঃ ভোজন কৰত৪০। কাহু সিকিয়া, কাহু পাসন ঃ কাহো পুস্পপত্র ঃ ফল পল্লৱ ঃ নানা বিধ পাত্র বিধান কৰিএ ঃ অন্ন ভোজন কৰত ঃ জৈছে পদ্মৰ চকাক পত্রে আবৰল ঃ পদ্মৰ কন্নিকা৪১ ভৈলা নন্দেৰ তনয় ঃ গোপসিশুগন পদ্ম-পত্রৰ অন্বয় খাঅ৪২ ঃ অন্যো অন্যে হাস পৰিহাস কৰিএ ভোজন কৰত ॥

শ্লোক ॥ বিভ্রদ্বেণুং ৪২ক জঠৰপটয়োঃ ৪২খ শৃঙ্গৱেত্রে চ কক্ষে
ৱামে পাণৌ মসৃণকবলং তৎফলান্যঙ্গুলীষু ।

---

৩৩। দেখু দেখু ঃ ৩৪। কমন ঃ ৩৫। সুকুমাৰ ঃ ৩৬। কৰিতেছে ঃ ৩৭। ইহাৰ ঃ ৩৮। বানি ঃ ৩৯। বালকসব ঃ ৪০। ( ঐচত প্রছাৱে শ্রীকৃষ্ণে ৪১। কনিকা ঃ ৪২। খাঅ ( লোপা ) ৪২। ক বিভ্রদ্বেণুং ৪২। জঠৰপতয়ো৷ হাসয়ন্নভ্রভি ঃ

তিষ্ঠন্মধ্যে স্বপৰিসুহৃদো হাসয়ন্নর্ম্মভি ঃ স্বৈ ঃ
স্বর্গে লোকে মিষতি বুভুজে যজ্ঞভুগ্বালকেলি ঃ ॥৩॥

সূত্র ॥ বামকাখে সিঙ্গা ঃ বামহাতে বেত ঃ বেৰটিত বংসি থৈয়া ঃ আঙ্গুলিত ফল ঃ দক্ষিন হাতে গ্রাস ধৰিএ ঃ কৰ্ন্নিকাৰ সদৃস মাঝে বসিয়ে ঃ সুহৃদসবক হাসাইয়া ঃ আপুনো হাস কাৰএ ঃ শ্রীকৃষ্ণ অন্ন ভোজন কৰত। গগনে দেৱতাগণে কৃষ্ণক ভকত বৎসল্ল গুণ দেখিএ সিৰে কুসুম বৰিষল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি ৪৩ ॥

গীত ॥ ৰাগ বসন্ত ॥ জতি মান ॥

ধ্রুং ॥ কৰত গোপাল ঃ ভোজন বিহাৰা ৪৪।
গোপ বালকসব ঃ চৌভিতি বৈঠল ঃ
পঙ্কজপত্র আকাৰা ॥

পদ ॥ তাসু মাঝে নন্দ— ঃ সুত বিৰাজিত ৪৫ ঃ
পঙ্কজকেসৰ সমানা।
কুসুম পাসন ৪৬ ঃ পত্রফল পল্লৱ ঃ
কৰু বহু পাত্র বিধানা ॥
তাসু উৱৰে থাপি ঃ অন্ন ব্যঞ্জন
বহু ৰসে চাৰু সুগন্ধি।

৪৩। হৰি বোল, হৰি (লোপ) ঃ ৪৪। বেৱহাৰা ঃ ৪৫। বিৰাজত ঃ
৪৬। পাষান ঃ



দধি দুগ্ধ লৱনু ঃ চোৰ চাতুৰি ৰসে ঃ
ভোজন কৰত আনন্দি ॥
বাম কাখে সিঙ্গা- ঃ বেত ঃ বেৰটি মহ
মোহন ৰংসি বিৰাজে।
বাম পাণিতলে ঃ থাপি অন্ন ব্যঞ্জন ঃ
ভোজন কৰত যদুৰাজে ॥
সুহৃদ সবক হৰি ঃ বহুৰসে আনন্দে ঃ
ৰঞ্জিত হাস পৰিহাসে।
কতিহুঁ কৰতালি ঃ বাৱত গাৱত ঃ
কতিহুঁ নাচত লয়লাসে ॥
সকলে জজ্ঞৰ ভাগ ঃ ভোজন কৰত জোহি ঃ
তাসু কৰত ফল দানা।
সোহি মহেশ্বৰ ঃ ভোজন কৰত বনে ঃ
ওহি নিগম পৰমানা ॥
গগনে দেৱতাগণে ঃ ৰঙ্গে দেখত ঃ সিৰে ঃ
বৰিষত কুসুম আপাৰা।
মাধৱ মুৰুখ মতি জনমে জনমে গতি ঃ
হৰিপদ পঙ্কজ হামাৰা ॥*॥২॥

সূত্র ॥ সোহি সময়ে ঃ ভিক্ষুক নাৰদ আসি ঃ জৈচে প্রসাদ প্রার্থল ঃ তা দেখহ সুনহ ॥

শ্লোক ॥ নাৰদো ভিক্ষুকব্যাজাদ্বৃন্দাৱনং গতস্তদা।
ৱিষ্ণো ৱিষ্ণো তদাশংস্য প্রসাদং বুভুজে মুদা ॥৪॥

মুনিৰাজস্তত: কৃষ্ণপাদচিহ্নাম্বুজাদিকম্ ।
বুভুজে শিৰসা স্পৃষ্ট্বা প্ৰেমাকুলিত মানস: ॥৫॥

[ সূত্ৰ ॥ ঐচন প্ৰকাৰে শ্ৰীকৃষ্ণ: সখিসব সহিতে ভোজন কয় থিক। সোহি সময়ে দেবঋষি নাৰদ: শ্ৰীকৃষ্ণক বিচাৰি যমুনা তিৰে আসিএ: শ্ৰীকৃষ্ণক স্তুতি কয় বোলিতে লাগল ॥

হে প্ৰভো: হামু সপ্ত বৈকুণ্ঠত বিচাৰি তোহাক নাহি পাৰলু: অনন্ত সয্যাত বিচাৰি নাহি পাৰলু: সুতলে বলিক ঠাই বিচাৰি নাহি পাৰলু: হে স্বামি: ত্ৰিভুবন বিচাৰি যমুনাক তিৰে তোহাৰি পাদচিহ্ন ভেট পাৰলু: তোহাক চৰণক দাসক দাস কয়ে: হামাকু ভকতি দান দেহু।

সূত্ৰ ॥ তদনন্তৰ সিসুসবক বোলল ॥

হে ভাইসব: তোৰাসবে কিসক কন্দল কৰহ: তোৰাসবে হামাক কিছু প্ৰসাদ দেহু: ভক্ষিএ ভাল-মন্দ তোহাক কহব ॥

সূত্ৰ ॥ ঐচন বানি সুনিএ সিসুসবে প্ৰসাদ দেলহ: নাৰদ প্ৰসাদ লৈয়া বিষ্ণুস্মৰি: শ্ৰীকৃষ্ণক পদচিহ্নপঙ্কজ শিৰে পৰখি: প্ৰণাম কৰিএ: প্ৰসাদ ভুঞ্জ: চলিএ গেল ॥ ]*

* বন্ধনিৰ ভিতৰৰ এই অংশ খিনি উছুবাৰাসত্ৰৰ আৰু H & A Study'ৰ পুথিত নাই। পাটবাউসীৰ শ্ৰীপুৰুষোত্তম দেৱমিশ্ৰৰ বহিৰ পৰা উদ্ধৃত কৰা হল।



সূত্ৰ ॥ ঐচন পৰকাৰে: শ্ৰীকৃষ্ণ সিশুসব সহিতে: অন্ন ভোজন কৰত। তদনন্তৰ: তৃণ লোভে বৎস সব বড়ি দূৰে গেল: তাহেক চিদাম নামে গোপে নিহালি চাৰত ৪৭: বৎসসব নাদেখি সখিসবত বোলল ॥*॥

শ্ৰীদাম বোল ॥ আহে সখিসব: বৎসসব তৃণ লোভে বহুৰে গেল: দৃষ্টি গোচৰে নাহি: হামাৰ অন্ন-ভোজনে কোন অভিলাস থিক ॥*॥

সূত্ৰ ॥ ওহি সুনি বালকসবে: হাতেক গ্ৰাস পেহ্লাইতে চাহে: তাহে পেখি শ্ৰীকৃষ্ণ নিসেধ কয় বোলল ॥*॥

কৃষ্ণ বোল ॥ আহে সখিসব: তোৰাসব অন্ন-ভোজন ছাড়বি ৪৮ নাহি: হামু বৎসসব বিচাৰ: এখনে আনবো ॥*॥

সূত্ৰ ॥ ওহি বোলি: শ্ৰীকৃষ্ণ কাখে নিঙ্গা বেত: হাতে গ্ৰাস ধৰিয়ে: বৎস বিচাৰিতে বৃন্দাবনে পৈসল। সোহি সময়ে ব্ৰহ্মা: কৃষ্ণক মহিমা পৰীক্ষা কৰিতে: বৎস বৎসপালসব: চুৰি কৰি কহু: নিয়া গেল। শ্ৰীকৃষ্ণ বৃন্দাবনে গোবৎস বিচাৰি নাপাই: পুনু যমুনাক বালি আৰল: অহিতো সিশুসবক নাহি দেখিএ: ভকতবৎসল শ্ৰীকৃষ্ণ: ভকতক স্নেহে আকুল হয়া: জৈচে বিলাপ কয়ল: তা দেখহ সুনহ ॥*॥

৪৭। চাৰল: ৪৮। নাহি চাৰক পাঠান্তৰ ৪৯। বৰি

কৃষ্ণ বোল ॥ হা হা হামাৰ বৎসসব কাহে গেল ঃ শ্ৰীদাম, সুদাম ভায়াসব কাহে গেল ঃ অন্ন-ভোজন আজু বৈৰি প্ৰমাদ ভেল ॥

**গীত ॥ ৰাগশ্ৰী ॥ জতি মান ॥**

ধ্ৰুং ॥ অন্ন-ভোজন আজু বৈৰি৪৯ পৰমাদ ভেল ।
মোৰ ভায়াসব কাহে গেল ॥
পদ ॥ নপাইলো ভায়াৰে উদিস ।
আজু ভায়া গেল কোন দিস ॥
নদিনদ বিচাৰিলোঁ পৰ্ব্বতেৰ ঝৰা ।
গহন কাননে হামু ফিৰো একেস্বৰা ॥
উপৰে উৰয় পখি তাৰে পুচা কানু ।
এ পন্থে দেখিল: জাইতে হামাৰি বৎস ধেনু ॥
প্ৰাণভাই বলোৰাম সঙ্গে নাহি মোৰে ।
বাচৰু হৰায়া হামু ফিৰো একেস্বৰে ॥
গোকুলে জাইতে হামু কি বুলিবে আজি ।
নন্দ জষোদা মোৰে মাৰিবে গৰজি ॥
বৃন্দাবন মাজে কৃষ্ণ বসিলা আসনে ।
ব্ৰহ্মায়ে কৰিলা চুৰি জানিলা ধিয়ানে ।
কহয় মাধৱ দাস অতি সিশুমতি ।
পৰম আকুল ভৈলা গোপ সিশুপ্ৰতি ॥*॥৩॥
ইতি ভোজন বিহাৰ নাটক সমাপ্তং ॥*॥

( নগাওঁৰ উলুবাৰী সত্ৰৰ পুথি এখন আৰু H. & A. Sৰ পুথি এখনৰ পৰা উদ্ধৃত । )

# ব্ৰহ্মামোহন ঝুমুৰা ।

শ্ৰীকৃষ্ণায় নমঃ ।

সূত্ৰ ॥ আহে সভাসদ লোক ঃ জে পৰম পুৰুষ পুৰুষোত্তম জাহাৰ কটাক্ষে সৃজন-পালন সংহাৰ হয় ঃ সোহিভগঅন্ত ভূমিকভাৰ-হৰণ নিমিত্ত ঃ নন্দক মন্দিৰে বেকত হুয়া কহো ঃ গোপসিসুসব সহিতে ঃ বৃন্দাবনে নানাবিধ বিহাৰ কয়ল ঃ সোহি শ্ৰীকৃষ্ণ ঃ ওহি সভামধ্যে বেকত হয়া ঃ অঘাসুৰ বধ—ভোজন বিহাৰ—ব্ৰহ্মামোহন (জাত্ৰা) কৰব ঃ তাহেক সাৱধানে দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল ॥

অথ ভটিমা ॥

প্ৰাতযসময়ে ঃ জষোৱা জননি ঃ
মুখ চুম্বিত স্যাম জগাঅনুকো ।
উঠ মেৰে লাল ঃ মদন গোপাল ঃ
আৰে তেৰে গোৱাল বলাঅনো কো ॥ (শেষ "ভোজন বিহাৰ" দেখা) ।

সূত্ৰ ॥ আহে সভাসদ লোক ঃ শ্ৰীকৃষ্ণ নটবৰ বেসে ঃ জৈছে সিসুসব সহিতে ঃ বৃন্দাবনে পৱান কয়ল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰিবোল হৰিবোল ॥

## গিত ॥ ৰাগ সিন্ধুৰা ॥

ধ্রুং ॥ কানু সাজে সাজে ঃ কানু সাজে সাজে ঃ
সিঙ্গাৰ নিসান বাজে ৰে ।

পদ ॥ ("ভোজন বিহাৰত" দেখা ।

সুত্র ॥ ঐছন পৰকাৰে গোপগন বৃন্দাবন পাৱল ঃ তাহে পেখি অঘাসুৰ ঃ জৈচে আৱল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

## গিত ॥ ৰাগ কানৰা ॥

ধ্রুং ॥ আৱে পৰম প্রতাপে অঘপাপ ।
ধৰিৱে বেস ভয়ঙ্কৰ সাপ ॥

পদ ॥ এহি কৃষ্ণে মাৰিছা বহিনিভাই ।
গিলিবো আজু তাহেক বেন্ত বাই ॥
ওহি বুলি অঘে বেন্ত প্রয়াসি ।
ভেণ্টল বাট মাধৱক হাসি ॥

সুত্র ॥ অঘাসুৰ আসি জে বোলল ঃ তা দেখহ সুনহ ॥

কথা ॥ অঘাসুৰ বোল ॥ অঃ ওহি কৃষ্ণে ভাত্রি বহিনিক বধ কয়ল ঃ কৃষ্ণক বধি দুইহন্তৰ তৰ্পন কৰবু ॥

সুত্র ॥ ওহি বুলি অঘাসুৰ বদন প্রকাসি ৰহল ঃ তাহে পেখি সিসুসব জে বোলল তাহে দেখহ সুনহ ॥
সিসুসব বোল ॥ আহে ঃ ওহি সৰ্প্প দেখো দেখো ঃ উৰ্দ্ধ ওঠ মেঘত ঃ তল ওঠ মাটি সমতল হুয়া ঃ জিহ্বাখান ৰাজ আলি সম থিক । আহে সাখসব ঃ হামাক গিলিতে জত্ন কয়ল ঃ অঃ কৃষ্ণক হাতে ইহাক কন্ধ পৰব ॥



সুত্র ॥ ওহি বুলি সিসুসব কৃষ্ণক প্রসন্ন মুখ দেখি নির্ভয়ে ঃ চাপৰি বজাই ঃ অঘৰ গর্ভে জে প্রবেস কয়ল ঃ তা দেখহ সুনহ ॥

ৰাগতথা ॥

চললি গোপসিসু কৃষ্ণক চাই ।
পৰম ৰঙ্গে হাতে তালি বজাই ॥

পদ ॥ কৃষ্ণ-মুখ দেখি নির্ভয়ে ৰঙ্গ পাই ।
অঘক গর্ভে সবে প্রবেসিলা জাই ॥
বধিবে খোজন্তে দেখি নাৰায়নে ।
পসল গর্ভে গো গোপগনে ॥

সুত্র ॥ তদনন্তৰ ঃ গোৰু গোপগন ঃ অঘগর্ভে পৈসল ঃ দেখি কৃষ্ণে খেদমনে জে বোলন ঃ তা দেখহ সুনহ ॥
শ্রীকৃষ্ণবোল ॥ হা হা গোপগৰু নষ্ট ভৈল ঃ ওহি অসুৰে জিন্ন এখনে কৰব ।

সুত্র ॥ ওহি বুলি আপুনে গর্ভে পসি গল ভেটি ঃ নিস্বাসা নিৰোধি ৰহল ঃ মহা পিড়া পাই ঃ মুৰ্দ্ধা ফুটি ঃ অসুৰ প্রান তেজল ঃ অসুৰে কৃষ্ণতে লিন গৈল ঃ মহা মুক্ষ পাৱল ঃ তাহে পেখি শ্রীকৃষ্ণ ঃ বস্থ সিসু সবাকো ঃ অমৃত দৃষ্টিয়ে জিৱাৱল ॥

(ইয়াৰ পাছত "ভোজন বিহাৰ" নাটৰ প্রথম গীতৰ শেষৰ পৰা সেই নাটৰ তৃতীয় গীত বা সৱশেহলৈ আটাইখিনি যোগ কৰা হব) ।

সূত্ৰ ॥ শ্ৰীকৃষ্ণ সবে জানিঃ ব্ৰহ্মাক মোহিৱে ইচায়েঃ আপুনে সব গৰু গোৱখ ভৈলঃ জাৱ জেন ঠান বেতবাসিঃ সৰিৱক আকৃতি হুই ৰহল। সোহি সময়ে ব্ৰহ্মা আসিঃ সব সিসু গোবৎস সহিতে কৃষ্ণক দেখিয়েঃ বিস্ময় হুয়াঃ গহ্বৰে দেখলঃ পূৰ্ব্বৱতে সব থিকঃ দেখি ব্ৰহ্মা বোল ॥

কথা ॥ আহে ওহি কৃষ্ণ গোপ গোৰু কথাকে পায়লঃ ইহাৰে বা কিছু নিয়া গেল।

সূত্ৰ ॥ ওহি বুলি ব্ৰহ্মা গনিগনি গাৱে গাৱে লেখি পাৱলঃ আত থৈয়া আছে সব থিকঃ পৰম বিস্ময়ে পুনো বৃন্দাবনে আৱলঃ অহিতো তত্ত সিসু দেখি জে বোলল; তাহে দেখহ সুনহ ॥

ব্ৰহ্মা বোল ॥ আহে কি ভৈলঃ কোন সাচা কোন মিছাঃ ইহাক নাহি জানলু।

সূত্ৰ ॥ ওহি বুলি ব্ৰহ্মাঃ তধা দিয়া ৰহলঃ তদনন্তৰঃ দেখে শ্ৰীকৃষ্ণ বস্ত সিসুৰূপ এড়িঃ তেখনে সব চতুৰ্ভুজ ভৈলঃ তাহে দেখহ সুনহঃ নিৰন্তৰে হৰি বোল ॥

## গিত ॥ ৰাগতথা ॥

কানাই ভাল লিলা কৰেঃ কানাই ভাল লিলা কৰে।
ব্ৰহ্মাক মুহিতে হৰি বড় জত্ন কৰে ॥ ধ্ৰুং ॥



পদ ॥ ব্ৰহ্মায়ে মুহিলা মোৰ পৰিক্ষা কৰিলা।
এহি বুলি হৰি সব চতুৰ্ভুজ ভৈলা ॥
গৈয়া একু ব্ৰহ্মা জেবে উপাই কৰয়।
দেখিয়া বিধিৰ আবে মিলিলা বিস্ময় ॥
বিমোহিত হুয়া মুৰ্চ্চা গৈলা সৃষ্টিকৰে।
জতনে বুলিয়ো হৰি হৰি সবে নৰে ॥

সূত্ৰ ॥ আহে সমাজিক লোকঃ ব্ৰহ্মা শ্ৰীকৃষ্ণৰ নিৰুজ ৰূপ দেখিঃ চক্ষুত নিমিসে তিমিৰ লাগিঃ হংসজান হন্তে ওফৰি পৰলঃ কৃষ্ণক মুহিবে খোজন্তে আপুনি মোহ ভৈলাঃ মেৰু পৰ্ব্বতক আগে উইচলাঃ প্ৰচণ্ড বাউক আগে সিমেলিৰ তুলাঃ সাগৰক আগে ক্ষুদ্ৰ নদিঃ মহাসলক আগে দণ্ডি কৰে পুঠীঃ সুৰ্য্যক আগে জেহেন জলে বাত্তিঃ সিংহক আগে জেহেন শ্ৰিগাল প্ৰায় ভৈলাঃ বাত-মাত হৰল। দেখি কৃষ্ণ ব্ৰহ্মাক দায়ায়ে নিজ ব্ৰহ্মৰূপ এড়িঃ গোপ সে ভৈলঃ বিধিকো জিয়াৱল। অল্প অল্প কএ ব্ৰহ্মাএ চক্ষু মেলি চায়লঃ বৃন্দাবন মধ্যে কৃষ্ণক দেখিঃ জৈচে তুতি কয়লঃ তাহে দেখহ সুনহ ॥

কথা ॥ তুতি ॥ ব্ৰহ্মা বোল ॥

নমো নমো নন্দসুত তনু মেঘস্যামা।
সোভে আতি পিতবাসা দেখি অনুপামা ॥

কাখত সিঙ্গা ঃ বেত বেৰটিত ঃ হাতত ভাতৰগ্রাসা । এহি মুৰুতিত জত মহিমা থিক ঃ হামু নজানো ঃ সামান্য কে জানব । হে কৃষ্ণ ঃ তুমি ধনঞ্জয়সখা ঃ বৃষ্ণিবংস-শ্রেষ্ঠ ঃ দানব দহনু ঃ অনন্তবির্য্য গোবিন্দ । হে ভগৱন্ত ঃ তোহ্মাক নমো ঃ জাৰাসবে জ্ঞানৰ নিমিত্তে আশ্রম এড়ি ঃ নিজ থানে থাকে ঃ তোমাৰ কথাক সুনয় ঃ তিনিয়ো জগতেও জদি তুমি ঃ তথাপি ভকতে জিনয় ঃ তাৰা ৰাগ লোভ গৃহে বন্দিশাল ঘোৰ চোৰে ঃ মহা মোহনি হল পাৰ ঃ জাৱত তোহ্মাক পৰম ইশ্বৰ বুলি মানয় । তুমি সহজে কৃপালু ঃ পুতনা মাৰিবাক মনে তন দিলা ঃ তাহাক সবান্ধৱে গতি দিলা ঃ ব্রজবাসি তোমাত ঃ তনু মন সমর্প্পল ঃ পুতনাতোধিক কি প্রসাদ দিবা ঃ ইহা নজানো ঃ ইসবৰ ঋনি ভৈলা । হে কৃষ্ণ ঃ মঞি পৰম অজ্ঞানি ঃ জগত স্রজো ঃ এহি গর্ব্বে অন্ধ ভৈলু ঃ তোহ্মাক পৰিক্ষা কয়ল । হে প্রভু ঃ তোহ্মাৰ পুত্র জানি দোস মৰস । দেৱতা জন্মতো কৰি ব্রজবাসি শ্রেষ্ঠ ঃ ধন্য ধন্য ব্রজবাসি ঃ তোমাৰ চৰন-ৰেণু পাৱত ঃ জে পদৰজ বেদগনে বিচাৰি নপাৱে । হে কৃষ্ণ ঃ হামাক অতয়ে কৃপা কৰহ বৃন্দাবনে তৃন হুয়া ৰহু ঃ তোমাৰ ভক্তৰ সঙ্গে তোমাৰ সেৱা কৰি ৰহোঁ ঃ ওহি কৃপা কৰহ ॥



সুত্র ॥ ঐছন বহুত তুতি কৰি ঃ ব্রহ্মা কৃষ্ণ কৃষ্ণ ৰড়ি ঃ দণ্ডৱতে পৰল ঃ দেখি কৃষ্ণ ব্রহ্মাক আশ্বাসি পঠাৱল ॥

কৃষ্ণ বোল ॥ আহে ব্রহ্মা ঃ তুহো নিজ থানে জাৱ ঃ তোহাৰি ভকতিত হামু পৰম তুষ্ট ভৈলু ঃ সত্বৰে চলহ ॥

সুত্র ॥ শ্রীকৃষ্ণ ব্রহ্মাক পঠাই ঃ নিজ মায়াবলে ঃ সিসুসবক ভোজন থানে আনল ঃ সিসুসব পুর্ব্বৱতে মণ্ডল আকাৰে বৈঠি ৰহল ঃ শ্রীকৃষ্ণ বাছৰু সহিতে সোহি ঠামে আৱল ঃ দেখি সিসুসব জৈছে বোলল ঃ তা দেখহ সুনহ ॥

সিসুসব বোল ॥ আহে শ্রীকৃষ্ণ ঃ তুহো কি সত্বৰে আৱল ঃ হামু তোহাক চাৰি একগ্রাসা নাহি খাৱল ঃ জদি প্রত্যয় নাজাৱ তবে সপত কৰবো ॥

সুত্র ॥ ওহি বুলি সিসুসব ঃ কৃষ্ণক আলাঙ্গি ঃ নানাবিধ নৃত্য গিতে বাজনা বাজাই ঃ পৰমানন্দ ৰযে ঃ জৈছে ভোজন কয়ল ঃ তাহে দেখহ সুনহ ॥

গিত ॥ ৰাগ বেলআল ॥

ভাই দেখো পৰমানন্দ পৰম সাজনে ॥
ব্রহ্মাক মুহিয়া খেলে নিত্য নিৰঞ্জনে ॥ ধ্রুং ॥

পদ ॥ পুর্ব্বৱতে বসি ৰঙ্গে কৰয় ভোজন ।
খেলে সঙ্গে ৰঙ্গে ঢঙ্গে গোপ সিসুগন ॥

জিতো জগতৰ গুৰু নিজ কৃপাময় ।
তান সঙ্গে অন্ন ভুঞ্জে গোপসিসুচয় ॥
সুনিতে বিস্ময় কহিবাকো বিপৰিত ।
মাধৱ-চৰনে মজি ৰহু মেৰি চিত ॥

সুত্র ॥ ঐচন প্রকাৰে ভোজন কৰি : শ্রীকৃষ্ণ গোপ সিসুসবক সহিতে : গোকুলে জাইতে যে বোলল : তা দেখহ সুনহ ॥

শ্রীকৃষ্ণ বোল ॥ আহে সখিসব : চল গোকুলে জাই : দেখো দেখো ওহি অঘাসুৰক ওহি থানে মাৰল ॥

সিসুসব বোল ॥ আহে ঠাকুৰ কানাই : তোহ্মাৰ সঙ্গে গোকুলে জাই : হা বাবা : ভালো ভালো চলহ চলহ ॥

সুত্র ॥ ঐচন প্রকাৰে শ্রীকৃষ্ণ : জৈছে আনন্দে চলল : তা দেখহ সুনহ ॥

গিত ॥ ৰাগ স্যাম ॥

গোপাল চলে মুৰাৰি ।
... ... ... ... ... ... ...
... ... ... ... ..... ।

ব্রহ্মামোহন ঝুমুৰা সমাপ্ত ।

(ৰামদিয়াত পোৱা এখন সাঁচিপতীয়া পুথিৰ (তাৰিখ অজ্ঞাত) পৰা উদ্ধৃত

# ৰাস ঝুমুৰা ॥

নমঃ শ্রীকৃষ্ণায় ॥

গিত ॥ ৰাগ বেলোৱাৰ ॥ ৰূপক তাল ॥

ধ্রুং ॥ দেখ জগতগুৰু কানু আৱত ।
সঙ্গে সুন্দৰি ৰাধে ৰঙ্গ মিলাৱত ॥

পদ ॥ ৰতন ভুষণ চাৰু অঙ্গ সুহাৱত ।
বিবিধ অনঙ্গৰসে ১ ভুবন ভুলাৱত ॥
লহু লহু সুমধুৰ বংসি বজাৱত ২ ।
মাধৱ মুকুখমতি এহু ৰস গাৱত ॥* ॥ ১ ॥

কথা ॥ ৰাধা বোল ॥ হে পৰমেশ্বৰ : তোহাৰি চৰনক আগু হামু কৰ জোড়ি মাগোঁ : হামাক ওহি দান দেহু : তোহাক অধৰ-মধুপান বিনা : হামাকু আৱৰি কিছো লাগয়ে নাহি । পৰম সুকোমল : তোহাৰি চৰণ পল্লৱ : ভুবন-দুৰ্ল্লভ : হামাৰ স্তন জুগলে : জোহি ব্যাধি বাৰয় : তাহেক ওঁহি চৰণে দুৰ কৰত ৩ : জানি তোহাৰি চৰণ দাসি ৪ ভেলো : হামাক ওহ আসা ৫ বঞ্চনা কৰবি নাহি ॥*॥

১ । আনন্দ ৰসে : ২ । লোলাৱত : ৩ । কৰহ : ৪ । দেখি ভোল : ৫ । বাঞ্ছা

গিত ॥ ৰাগ বেলোৱাৰ ॥ ৰূপক তাল ॥

ধ্রুং ॥ হৰিকু আগু ৰাধা আঞ্জুৰি ৬ জোড়ি মাগে ।
তোহাৰি অধৰ-মধু ঃ পান বিছুৰি হৰি ঃ
হামাকু আয়ৰি ৭ নাহি লাগে ॥

পদ ॥ ভুবন দুল্লভ দেৱ ঃ তুৱাপদ-পঙ্কজ ৮ ঃ
হামাকু কুচ-ৰুজ-হাৰি ।
তাহেক আসে ঃ দাসি ভেলু তেৰা ঃ
বঞ্চবি নাহি হামাৰি ॥
ৰাধাকু বানি ঃ সুনিয়ে হৰি হাসত ঃ
ভাষত ৯ বচন ১০ গোবিন্দে ।
কহয় মাধৱ দিন ঃ মেৰি মন মজিৰহু ঃ
হৰিপদযুগ অৰবিন্দে ॥৯॥২॥

কথা ॥ কৃষ্ণ বোল ॥ আহে' ৰাধে ঃ তুহুঁ জে বোলল ঃ হামুতা-হেক স্তুনলো ঃ অব হামু বচনেক বোলু তা সুনহ ঃ তুহু ভল্ল বচন চাতুৰি জানহ ঃ হামু তেৰা বাত বুঝব । হামু কৌটি ব্ৰহ্মাণ্ডক পৰম দেৱতা ঃ তুহু হামাক স্কন্ধ বগাৱলি ঃ হামু সব গোপ সুন্দৰি তেজিয়ে ঃ তোহাৰি সঙ্গ কয়ল ঃ তুহু সবাতো অধিক সোভাগিনি মানিয়ে কহো ঃ হামাক মান গোৱল ঃ অব চাতুৰি লগাৱল ঃ অঃ হামাৰি হইতে কি ৰহল ॥৯॥

৬। আঙ্গুলি ঃ ৭। অৱৰ ঃ ৮। পল্লৱ ঃ ৯। ভকত ।
১০। বছল ঃ



সূত্র ॥ আহে" সমাজিক লোক ঃ দেখু দেখু ঃ পৰম পুৰুষ পুৰুষোত্তম ঃ ব্রহ্মাদি দেৱক পৰম দেৱতা ঃ কোথেৰ১২ অনাচাৰি গোপানাৰি ঃ সে সহিত বচন চাতুৰি খেলা-ৱত ঃ হৰিভকতিক মহিমা কি কহব ঃ জানি নিৰন্তৰে হৰি বোল হৰি ১৩ ॥

গিত ॥ ৰাগ কৌ ॥ জোতি মান ॥

ধ্রুং ॥ ৰাধে বাত বুঝাৱলু ১৪ তোই ।
কৌটিব্ৰহ্মাণ্ড ঃ পালক হামু দেৱা ঃ
কান্ধ বগাৱলি মোই ॥

পদ ॥ সব১৫ গোপ কামিনি ঃ তেজি সুন্দৰি ৰাধে ঃ
সঙ্গ বঢ়াৱলু১৬ তেৰা ।
সবকহোধিক১৭ ঃ সোভাগিনি মানিয়ে ঃ
মান গোৰাৱলি ৮ মেৰা ॥
জতজিৱ জগতক ঃ আতমা গোবিন্দ ঃ
আপহি আপ১৯ ৰহৈছা২০ ।
কহয় মাধৱ মাই ঃ তাহে২১ নজানিয়ে
গৰব কৰসি তুহু কৈছা ॥৯॥৩ ॥

কথা ॥ ৰাধা বোল ॥ আহে১১ পৰমেশ্বৰ ঃ তুহু জে কহল ঃ হামু তাহেক স্তুনল২২ ঃ অব হামু বচনেক২৩ বুলি ঃ তা স্তুনহ ॥

১১। হে ১২। কোথাকাৰ ঃ ১৩। হৰিবোল ঃ ১৪। বুঝাৱল ঃ ১৫। জত ১৬। বড়াৱলু, কৰাৱলো ঃ ১৭। সবকহুধিক ঃ ১৮। গৰাৱলি ঃ ১৯। আপব, য়াপব ঃ ২০। ৰহস্য, হৈছা ঃ ২১। তাহেৰি ঃ ২২। মানল ঃ ২৩। বাতক ঃ

গিত ॥ ৰাগ মাউৰ ॥ মান জোতি ॥

ধ্রুং ॥ যাদৱ হে ঃ কৈছন বাত বেগাৰি ॥
সকল নিগমে তেৰিঃ অন্ত নপাৱত ঃ
হামু পামৰি গোপ-নাৰি ॥

পদ ॥ তুহুঁ পৰমগুৰু ঃ নিখিল ভুবন-পতি ঃ
মানুস-ভাৱ তোহাৰি ।
চতুৰবয়নে তেৰি ঃ মায়া বিমোহিত ঃ
জানে নাহি যোগ বিচাৰি ॥
তেৰা ঐচন ঃ ভাৱ নজানিয়ে ঃ
কয়লু ২৫ গৰব নাথ তোই ।
ৰাধা উচিত বাত ঃ কহয় মাধব দিন ঃ
গতি গোবিন্দ-পদ মোই ॥৽॥৪॥

কথা ॥ ৰাধা বোল ॥ আহে ২৬ পৰমেশ্বৰ ঃ তুহুঁ জগত-গুৰু ঃ নিখিল ভুবন পালক ঃ তোহাৰি অচিন্ত্য মহিমা ২৭ সকল নিগমে অন্ত নপাৱত ঃ ব্রহ্মা আদি দেৱতা সবো ঃ তোমাৰ মহিমা নাহি জানত ঃ মহা মহা যোগেশ্বৰ সবো যোগ বিচাৰি জানয়ে নাহি ঃ তোহাৰি ঐচন অচিন্ত্য প্রভাৱ মানুস ভাৱ পেখিয়ে ঃ হামু মোহিত ভেলো ঃ পামৰি গোপ-নাৰি তোহাক নাহি জানিয়ে ঃ কান্ধ বগাৱলু ঃ পৰম অপৰাধ আচৰলু । হে নাথ ঃ ওঁহি অপৰাধ মৰষ

২৪। বিগাৰি ঃ ২৫। কৰলো ঃ ২৬। হে ঃ ২৭। মায়া ঃ



স্বামি ঃ তোহাক চৰণে লাগো ঃ আঞ্চোৰ পাতি ঃ কৰজোড়ি মাগো ঃ তোহাৰি অধৰ মধুপান কৰাই ঃ হামাক ৰক্ষা কৰহ ঃ হামু তোহাৰি চৰণক নিজ দাসি ভেলো ঃ হামাক ছাড়বি নাহি ॥৽॥

সঙ্গিবোল ॥ হে পৰম ঈশ্বৰ ঃ ৰাধা উচিত বাত কহইছে ঃ মায়া মোহিত হয়া ঃ তোহাৰি অতৰ্ক মহিমা ঃ ব্রহ্মাণ্ড ভিতৰে কতিহো জানয়ে নাহি ঃ জানি ৰাধাক অপৰাধ মৰষ স্বামি ॥

কৃষ্ণবোল ॥ আহে ৰাধিকে ঃ হামু পৰিহাস কৌতুক কয়ল । ওাহে নাহি বুঝল । দুঃখ ছোড়হ ঃ হামাক সপত উঠহ উঠহ ঃ পৰম উচুকে হ্রাস-কেলি কৰো গিয়া ॥

সুত্র ॥ তদনন্তৰ ঃ ৰাধাক কাৰুণ্য বানি সুনিয়ে ঃ শ্রীকৃষ্ণ পৰম সন্তোষ হুয়া ঃ ৰাধাক মন পুৰি ঃ পৰম আনন্দে ঃ জৈচন কেলি কয়ল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰিবোল হৰিবোল ॥

গিত ॥ ৰাগ কল্যান ॥ খৰমান ॥

ধ্রুং ॥ ব্রজ মঙ্গল ঃ ৰাস২৮ ৰসিক-গুৰু ঃ
কৰত অনঙ্গ-ৰস-কেলি ।
ৰাধা পুৰত মন ঃ সাধু-অধৰ-মধু৩১
পানে মোহিত মতি ভেলি ॥

২৮। ৰস ঃ ৩১। সাধু-অধৰ-মধু ঃ

পদ ॥ ঘন ঘন ভুজ দুহু ঃ মেলি আলিঙ্গত ঃ
চুম্বত বয়ন মিলাই ।
হৰিকছু কণ্ঠে২৯ ঃ আলিঙ্গি ৰহু ৰাধে৩০
নয়নে বয়ন ধিআই ॥
পৰমানন্দ ঃ অনঙ্গ-ৰস-সাগৰে ঃ
তথিয়ে মজিয়ে ৰহু মাই ।
হৰিকো পৰম ৰস ঃ বিছুড়ি ৰহত তনু ঃ
মাধৱ এহু ৰস গাই ॥*॥৫॥

সূত্ৰ ॥ হে সমাজিক লোক ঃ শ্ৰীকৃষ্ণ কলিৰ মলিন লোকক অনুগ্ৰহে ঃ লিলা নৰ-তনু ধৰি ঃ নানা বিনোদ লিলা কয়ল । তাহেক শ্ৰৱন-কীৰ্ত্তন কৰি ঃ চণ্ডাল পৰ্য্যন্তে পৰম গতি পাৱত ঃ জানি শ্ৰীকৃষ্ণৰ চৰণে ঃ এক সৰন হুয়া ঃ নিৰন্তৰে হৰিবোল হৰিবোল ॥

ইতি ৰাস ঝুমুৰা সমাপত ॥

[ চমৰীয়া সত্ৰৰ ডেকা অধিকাৰ শ্ৰীযুত উমাকান্ত দেৱ অধিকাৰীৰ পৰা পোৱা ১৮০৩ শকত লিখা তুলাপাতৰ পুথি এখন আৰু এখন বৰপেটা সত্ৰৰ নকল বহিৰ পৰা উদ্ধৃত । পাঠ চমৰীয়াৰ পুথিৰ মতে দিয়া হৈছে ।]

২৯। কান্ধ ঃ ৩০। ৰাধা ঃ

# ভূষণ-হৰণ ঝুমুৰা ॥

নমো শ্ৰীকৃষ্ণায় ॥

সূত্ৰ ॥ আহে সমাজিক লোক ঃ জে নন্দনন্দন শ্ৰীকৃষ্ণ ঃ জাহেৰ পাদপদ্ম ঃ ব্ৰহ্মাৰুদ্ৰাদি ধ্যানে ধৰয় ঃ সোহি শ্ৰীকৃষ্ণ ঃ ভকতা গোপিসবক নানান ৰসে ঃ জৈচন আনন্দ দেলহ ঃ তাহে দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥ ১

সূত্ৰ ॥ তদনন্তৰে শ্ৰীগোপাল ঃ মাৱে মাৰিবাৰ ভয়ে২ পলাঅল ঃ কদম্বতলে একা সুতিয়া ৰহল ঃ তদনন্তৰ পানিক জাইতে ঃ ৰাধা দেখি জে বোলল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ৩ ॥

গীত ॥ ৰাগ ভাঠিআলি ॥ একতাল ॥

ধ্ৰুং ॥ গোপাল পলায়া আছা মাৱে মাৰিবাৰ ডৰে ।
ভুষন হৰায়া হৰি ভয়ে নাইযা ঘৰে ॥
পদ ॥ কদম্বতলে চৰাল কানাই একা সুতি৪ আছে ।
পানি গৈয়া ৰাধা দেখি আইলা হৰিৰ কাছে ॥

সূত্ৰ ॥ ৰাধা খেদ কয় কহো ঃ বোলল ॥
ৰাধা বোল ॥ হা হা ওঁহি মানিক পুতলি কৃষ্ণ ঃ

১। সুনৰ⋯বোল (লোপ) ২। দৰে ঃ ৩। বোল (লোপ) ঃ ৪। সুতিয়া ঃ

একা দেখি চোঞ্চা মাৰি অলঙ্কাৰ লেৱব : আঃ
হামাক কোন বিধি মিলাৱল ॥

গীত ॥ চোঞ্চা নিবে অলঙ্কাৰ মাৰিয়া৬ সমূলি ।
ভুষন খসায়া ৰাধা লৈলা এহি বুলি ॥
আঁৰ কৰিয়া থৈয়া ৰাধা জগাইলা হৰিবে ।
পুচে অলঙ্কাৰ কেনে নাহিকে সৰিবে ॥

সুত্ৰ ॥ ৰাধা বোল ॥ আহে কানাই : তোহাৰি সৰিৰে কৈছে
অলঙ্কাৰ নাহি : আঃ জানলো তোহোঁ ভুষন হৰায়া
একা সুতিএ আচহ : আজু যষোদা সুনিলে বিকলে
মৰব : তোহাক ভাৱনা ছুৱ কয় : সিখাৱব ॥

গীত ॥ ভুষন হৰায়া আচা সুতিয়া একলে ।
যষোদা সুনিলে আজি মৰিব বিকলে ॥
নমাতিয়া আচা হৰি নপায়া উত্তৰ ।
পানি লৈয়া বাহুৰিয়া ৰাধা আইলা ঘৰ ॥
যষোদাৰ হাতে নিয়া অলঙ্কাৰ দিয়া ।
সকলে বৃতান্ত ৰাধা কৈলা প্ৰপঞ্চিয়া ॥

সুত্ৰ ॥ তদনন্তৰ : ৰাধাক ঐচন বানি সুনিএ : শ্ৰীকৃষ্ণ উত্তৰ
নাপাই : মাতিতে নাহি পাৱল : তাহে পেখি ৰাধা
পানি ভৰিএ ঘৰেআসি কহো : যষোৱাকু আগু গিয়া
সব কথা কহল ॥

৫। পানিক : ৬। আসিয়া :



ৰাধা বোল ॥ আহে মাই যষোদে : তোহাৰি
বালক কানাই : কদম্বৰতলে একা সুতিএ ৰহৈছে :
তাহে পেখিয়ে হামো চোঞ্চাক৭ ভয়ে৮ আৰ কৰিএ
অলঙ্কাৰ আনল৯ : তোহোঁ জে জুৱাই তাহে কৰহ :
হা হা মাই হামো জে বোজলহো১০ কানাইক কেবা
মাৰি : অলঙ্কাৰ নিয়া গেল হোই ১১ ॥

গীত ॥ ইসব নাজানি১২ হৰি ঘৰে নাইসা ভয়ে১৩ ।
যষোৱা পুচিতে হৰি সবাৰে বাধযে ॥
কহয় মাধৱ ঘৰে জাস১৪ নাৰায়ন ।
ৰাধায়ে মাৱৰ হাতে দিয়াছে ভুষন ॥১॥

সঙ্গিবোল ॥ হে নাৰায়ন : তোহোঁ ঘৰে জাস১৫ তোহাৰি মাৱৰ
হাতে ৰাধায়ে ভুষন দেলহ : হামো নিষ্টে ক-
হলো ॥

সুত্ৰ ॥ তদনন্তৰ : ওহি সুনি শ্ৰীকৃষ্ণ : মাৱকু আগুগিয়া :
জৈছে ভুষন মাগল : তা দেখহ ॥

কৃষ্ণ বোল ॥ হে মাই : তোহোঁ হামাক ভুষন কৰায় :
জবতোহো সাৱোত্তৰ পুচতঃ তব হামাক দোষ
বিচাৰি নাহ পাৱব : হে মাই : জৈচন হামাক
দোষ : তাহেক বাত কহৈচি : তা সুনহ ॥

৭। গোপালক : ৮। কয়ে : ৯। আনলো : ১০। জেবে নোহেঁ। ১১। জায়
১২। জানিয়া : ১৩। নাসয় : ১৪। জাবা : ১৫। জাৱ :

## গীত ॥ ৰাগ শ্রী ॥ একতাল ॥

ধ্রুং ॥ মাই ভুষন কৰাৱ হামাৰ ।
জবহোঁ সাৰোত্তৰ : পুচত নাহি :
পাৱব দোষ বিচাৰি ॥

পদ ॥ এক গোৱাৰিান : মাতিএ হামাক১৬ :
দেলহ বুলি মিঠাই ।
তাহেক ভোজন : কৰিএ শয়লো১৭ কহেঁ :
চেতন হৰাৱলো১৮ মাই ॥
সিৰ ফিৰাৱত : নয়ন ছুলাৱত১৯
ঘন ঘন আৱত২০ হামি ।
জ্ঞান বিৰোহিত : হোই কদম্বতলে :
একা স্থতাঅলো হামি২১ ॥
ৰাধা ভুষন : চুৰি কৰিএ কহোঁ :
পুচত বাত হামাৰি ।
হামো থিক : অচেতন হোই :
কি কহবো বচন বিচাৰি ॥
কহয়২২ মধুৰ : দাস নাৰায়ন
তুৱা পাৱে সৰন গোসাঞা ।
তুমহি অখণ্ডিতঃ জ্ঞান নিৰন্তৰ২৩ :
ঝুণ্টা কহিতে২৪ নজুৱাই ॥২॥

১৬। হামাকু : ১৭। শয়ন : ১৮। হৰাৱল : ১৯। বুলাৱত
২০। বাৱত : ২১। আমি : ২২। কহতু : ২৩। নিৰঞ্জন :
বিৰোচিত : ২৪। কৰিতে :



স্থত্র ॥ কৃষ্ণবোল ॥ আহে মাই যষোদে : হামাকু মাতিএ : এক গোৱাৰিান মিঠাই২৫ দেলহ : তাহেক ভোজন কৰিএ : চেতন হৰাৱল : হে মাই : হামাক ছুখ কি কহব২৬ : সিৰ ফিৰাৱত : নয়ন ছুলাৱত : ঘন ঘন হামি আৱত : জ্ঞান ৰহিত২৭ হোই : কদম্বতলে একা স্থতাৱলো : হে মাই সোহি সময়ে ৰাধা আসি কহোঁ : হামাক ভুষন চুৰি কয় : হামাত বাত পুচত : হামো অচেতন হোই ৰহৈচি : কি বচন বিচাৰি কহবো : হে মাই : হামাৰ ঐচন দোষ ॥

স্থত্র ॥ সাঙ্গবোল ॥ হে নাৰায়ন : তুৱা পাৱে সৰন হামাৰি : তোহোঁ নিৰঞ্জন : জ্ঞান অখণ্ডিত তোহাৰি : তোহো ঝুণ্টা বাত কহৈচে : তোহাৰ চুণ্টা২৮ কহিতে উচিত নোহে ॥

স্থত্র ॥ তদনন্তৰে : শ্রীকৃষ্ণে ৰাধাক আগু দেখিএ : জৈছে চাতুৰি কয় লাগল : তা দেখহ স্থনহ : ইত্যাদি ॥

## গীত ॥ ৰাগ গৌৰি ॥ পৰিতাল ॥

ধ্রুং ॥ ৰাধাকু২৯ আগু গোবিন্দ কৰত৩০ চাতুৰি ।
তোমহি৩১ ৰাধে : হামাকেৰি কৈচন
ভুবন কয়লি চুৰি ॥

২৫। ভাল মিঠাই : ২৬। কহলো : ২৭। বিৰোহিত : ২৮। ঝুণ্টা :
২৯। তোহাৰি : ৩০। বোলত : ৩১। তুমহি :

পদ ॥ হামাৰি ওহি ঃ নগৰ গোকুল মহ ঃ
বাধা বাঢ়লি৩২ চোৰ ।
একা হামো ঃ স্তুতিয়ে৩৩ ৰহলছি৩৪ ঃ
ভুষন কয়লি চুৰি মোৰ ॥
দিৱস সময়ে কহোঁ ঃ ৰাজবাট মহ ঃ
সাহস ঐচন তোই ।
ৰয়নি সময়ে কহোঁ ঃ তোহাৰি ৰাধে ঃ
চুৰি কৰিতে কোন হোই ॥
হামো বিচাৰ কয় ঃ দেখলো আৱবি ঃ
চোৰ ৰাধা বিনে৩৫ নাই ।
ঘৰহি ঘৰহি সব ঃ ফিৰত চকোয়া৩৬ ঃ
ঐচন বাত জনাই ॥
গোপয়ে নাহি ঃ পাৰি মেৰি ভুষন ঃ
দেলহ মাৱকু ঠাই ।
নন্দনন্দন কহোঁ ঃ ঐচন খেলনা৩৭ ঃ
দিন মাধৱ দাসে গাই ॥৩॥

কৃষ্ণবোল ॥ ঐয়ে ৰাধিকে ঃ তোহোঁ হামাৰ ভুষন কৈছে চুৰি কয়লি ঃ আঃ হামাৰ নগৰ গকুল মহ ৰাধা চোৰ বাঢ়লি ঃ হামু একলে সুতিয়া আচি ঃ তোহো হামাৰ ভুষন চুৰি কয়লি ঃ আঃ কি সাহস দিবস সময়ে ৰাজমাৰ্গ মহ ঃ যদি ৰজনি সময় হোই ঃ তব তোহাৰি

৩২। বাধলি ঃ ৩৩। সুতিয়া ঃ ৩৪। ৰৈয়াছি ঃ ৩৫। বিনু ঃ ৩৬। চকোৰা ঃ ৩৭। দেখলো ঃ



চুৰি কৰিতে কোন ভয় থিক ॥ আহে পড়াক লোকসব ঃ হামু বিচাৰ কয়ে দেখল ঃ ৰাধা বিনে চোৰ নাহি ঃ আহে বালকসব ঃ ওহি বাত ঘৰে ঘৰে কহ ঃ চোৰ ৰাধা বিনে নাহ ঃ ঐয়ে ৰাধা ঃ হামাৰি ৰতন ভুষন ঃ তাহেক গোপয়ে নাহি পাৰি ঃ মাৱকু আগু দেলহ ঃ তোহো জব গোপয় পাৰহ ঃ তব কি মাৱকো আগে দেহ ॥

সূত্ৰ ॥ তদনন্তৰ ঃ কৃষ্ণক অতএ বাক্য সুনিয়ে ঃ ৰাধা জে বোলল ঃ তা দেখহ ॥

ৰাধাবোল ॥ আহে পৰমেশ্বৰ ঃ তোহোঁ বিস্তৰ নাহি বোলব ঃ কাহেক আগে অতয়ে চাতুৰি কৰহ ঃ হামো বচনেক বুলি ঃ তা সুনহ ॥

গীত ॥ ৰাগ আসোআৰি ॥ পৰিতাল ॥

ধ্রুং ॥ গোবিন্দকু ৰাধা বোলত বানি ।
খাইয়া৩৮ লাগি৩৯ ঃ গোৱাৰিক ঠামে ঃ
হামাকু দোষ বখানি ॥
পদ ॥ হোই অচেতন ঃ থিক কদম্বতলে ঃ
হামো পাৱলো লাগ ।
চোঞা মাৰি ঃ ভুষন নাহি লেলহ৪০ ঃ
থিক তোহাকেৰি ভাগ ॥

৩৮। খায়া ঃ ৩৯। ৰাগি ঃ ৪০। দেলহ ঃ

ভুষন প্রান ঃ হামো তেৰি ৰাখলো ঃ
হামাৰি ঐচন দোষ ।
হামো বাত ঃ পুচিতে নাহি উত্তৰ ঃ
ৰহলি কয় থোসমোস ৪১ ॥
জননিক ভয়ে ঃ লুকি দিয়ে ফিৰত ঃ
গোৱাৰিক ডেৰ ৪২ সমাই ৪৪ ।
হামাকু আগু ঃ খেলাৰত ৪৪ ঐচন ঃ
চাতুৰি ভুষন পাই ॥
হামো জব চোৰ ঃ হঞো কতি দেলোহোঁ
তোহাৰি জননিক আগে ৪৫ ।
কহয় ৪৬ মাধৱ ঃ ৰাধা গোবিন্দক ঃ
প্রেম চাতুৰি অনুৰাগে ৪৭ ॥৪॥

সুত্র ॥ ৰাধা বোল ॥ আহে কানাই ঃ তোহো গোৱাৰিক ঠামে লাগি ৪৮ থাই ঃ অব হামাক দোষ বখানহ ঃ তোহো অচেতন হোই কদম্ব তলে থিক ঃ তব হামো লাগ পাৱলো ঃ তোহোক চোঞা মাৰি ভুষন নিতে নাহি পাৱল ঃ কিন্তু তোহাৰি ভাগ থিক ঃ তোহাৰি ভুষন-প্রান হামো ৰাখলো ঃ ঐচন দোষ হামাৰ ঃ ভুষন লৈয়া হামো পুচলো ঃ হামাক কোন উত্তৰ দেলহ ঃ হামো পুচিতে থোসমোস ৪৯ কৰিএ

৪১। থোষমোষ ঃ ৪২। ডেৰা ঃ ৪৩। সোমাই ঃ ৪৪। খেলৰত ঃ ৪৫। আগ ঃ ৪৬। কহতু ঃ ৪৭। অনুৰাগ ৪৮। ৰগি ঃ ৪৯। থোষমোষ ঃ



ৰহলি ঃ অপৰ জননিক ভয়ে ঃ গোৱাৰিক ডেৰে ডেৰে লুকি দিয়ে ফিৰত ঃ অব ভুষন পাই ঃ হামাকু আগে অতয়ে ৫০ চাতুৰি খেলাৰ ৫১ জব হামো চোৰ হঞো ঃ তব তোহাৰি জননিক আগে কৈছন ভুষন দেলহোঁ ঃ তোহোঁ হামাক ঝুন্টা বাত কহ ॥

সুত্র ॥ তদনন্তৰে ঃ ৰাধাক বচন সুনিএ ঃ শ্রীকৃষ্ণ জৈছে মাৱক আগু গোচৰ কয় লাগল ঃ তা দেখহ সুনহ ঃ ইত্যাদি ॥

গীত ॥ ৰাগ ধনশ্রী ॥ একতাল ॥

ধ্রুং ॥ মাৱকো আগু ঃ গোবিন্দ কৰত গোহাৰি ।
দেখত কৈছন ঃ ওহি গোৱাৰিনি ঃ
হামাকু পাৰত গাৰি ॥
পদ ॥ হামো বালক চঞ ৫২ ঃ খেলি ৫৩ খেলাৰত ঃ
ভণ্টা কয়লি চুৰি মোৰা ।
তাহেক হামো ঃ মিনতি বুলি মাগোঁ ঃ
হামাকু বোলত ৫৪ হুৰ চোৰা ॥
পুচত ঐচন ঃ বাত হোই নুহি ৫৫ ঃ
সোহি ৫৬ বালকসব সাক্ষী ।
হামাৰি ঐচন ঃ কলঙ্ক গোকুল মহ ঃ
আৱৰী কমন আছো ৰাখি ॥

৫০। ঐনচ ঃ ৫১। খেলাই বহ ঃ ৫২। চো, চৱা ঃ ৫৩। খেড়ি ঃ ৫৪। বোলয় ঃ ৫৫। নোই ঃ ৫৬। ওহি ঃ

তোহো জব মাই : উছিত বুঝত নাহি :
কহবো ৫৭ পিতাকেৰি ঠাই ।
গোৱাৰিক যযোৱা : গাৰি দিএ খেদল :
মাধৱ এহু ৰয গাই ॥৫॥

সুত্ৰ ॥ কৃষ্ণবোল ॥ হে মাই : ওহি৫৮ গোৱাৰিনি হামাক অতয়ে গাৰি পাৱত : হে মাই : অপৰ কথা স্নুনহ : হামো বালকগন সহিতে : ভণ্টা খেলাৱত : হামাৰ ভণ্টা ওহি ৰাধিকা চুৰি কয়ল : তাহে দেখিয়ে : হামো মিনতি কৰি৫৯ মাগিতে : হামাক হুৰচোৱা ৬০ বোলত : ঐচন বাত হোই নোই পুচহ : ওহি বালকগন সাক্ষী : ওহি গোকুলক মাঝে : হামাৰি ঐচন কলঙ্ক বাঢ়ল : হামো কৈছে ইহাক ৰাখি আছো : হে মাই : তোহো জব উচিত নাহি বুঝহ৬২ তব হামো পিতাক৬১ আগে কহব৬৩ : ইহা জানি তোহো৬৪ সমুচিত বুঝহ ॥

সুত্ৰ ॥ তদনন্তৰে কৃষ্ণক বিনয় বানি স্নুনি : যযোদা স্নেহ ৰসে আকুল ভেল : ৰাধাক গাৰি দিএ খেদাৱল : তা স্নুনহ ॥

যযোদা বোল ॥ ঐয়ে দাসিক দাসি : ঢাণ্ডি গোৱাৰি : হামাৰি প্ৰানপুত্ৰক ঐচন কলঙ্ক দেৱত : কৈছে৬৫ মৰিতে নজাৱ : তোহাৰি ঘৰে কোন হানি

৫৭। কহিবো : ৫৮। দেখত ওহ : ৫৯। বুলি : ৬০। চোৰ : ৬১। ইহাস্ক : ৬২। বুঝত : ৬৩। কহবে : ৬৪। তোহাক : ৬৫। চি :



কয়ল : তন্নিমিতে কৃষ্ণক অপযস বোলৈছে৬৬ : তোহাৰি৬৭ মুখে চাৰ৬৮ পৰোক ॥

সুত্ৰ ॥ আহে সামাজিক লোক : ওঁহ পৰকাৰে যযোদা : গোৱাৰিক তৰ্জিএ খেদাই : আপুন আঞ্চোৰে কৃষ্ণক ধুলা ঝাৰি : কোলে কৰি কহো : মধুৰ বানি বুলি : আশ্বাস কয় কহল৬৯। শ্ৰীকৃষ্ণ পৰম আহ্লাদ হুয়া ৰহল । আহে সামাজিক লোক : পেখু পেখু : শ্ৰীকৃষ্ণ ঐচন ভকতক আনন্দ দিএ সৰ্ব্বথা ৰহল : ইহা জানি কৃষ্ণপাদপদ্ম হৃদয়ে ধৰি : নিৰন্তৰে হৰি বোল হৰি বোল৭০ ॥*॥

ইতি—ভূষন হৰন অঙ্ক সম্পূৰ্ণ ॥

( চমৰীয়াৰ ডেকা অধিকাৰ শ্ৰীযুত উমাকান্ত অধিকাৰীৰ পৰা পোৱা তুলাপাতৰ পুথি এখন ( তাৰিখ অজ্ঞাত ) আৰু নগাওঁ উলুবাৰী সত্ৰৰ পুথিৰ নকল এখনৰ পৰা উদ্ধৃত । গীতৰ বৰ্ণবিন্যাস সাঁচিপতীয়া বড়গীতৰ পুথিৰ মতে ৰখা হৈছে । )

৬৬। বোলত : ৬৭। চিঃ তোহাৰি : ৬৮। চোৰ : ৬৯। ৰহল : ৭০। বোল ( লোপ )

# কোটোৰা খেলা ঝুমুৰা

শ্ৰীকৃষ্ণায় নমঃ ॥

সূত্ৰ ॥ আহে সমাজিক লোক ঃ জে জগতক পৰমগুৰু নাৰায়ন জাহেৰ স্ৰজনা স্য়ল সংসাৰ ঃ সোহি পৰমেশ্বৰ শ্ৰীকৃষ্ণ ঃ ভুমিক ভাৰ হৰন নিমিত্তে ঃ কপট গোপবেসে ঃ নানা খেলনা কয়ে কহোঃ গোৱাৰিসবক মন সন্তোষি জৈছে বিহাৰ কয়ল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ॥ ৰাগ-শ্ৰী ॥ পৰাড় ॥ পাৰিতাল ॥

ধ্ৰুং ॥ এক দিনা কানাএ ধৰিলা নট-বেস ।
সখিসব সঙ্গে ভৈলা বনত প্ৰবেশ ॥

পদ ॥ শ্ৰীদাম সুদাম স্তোক কৃষ্ণ বহুদাম ।
সুবেল অৰ্জ্জুন ভদ্ৰসেন বলোৰাম ॥
ব্ৰহ্মা-হৰে চিন্তে জাৰ অৰুণ চৰণ ।
সিশুসব সঙ্গে খেলে সো হ নাৰায়ণ ॥০॥১॥

সূত্ৰ ॥ ঐছন প্ৰকাৰে কানাই ঃ সখিসব সহিতে ঃ খেলানা খেলাইতে পাগল ঃ সো'হি সময়ে ৰাধিকা ঃ গোৱাৰিসব সহিতে ঃ লৱনু পসাৰ লৈয়া চলল ঃ তথি বাধা ভৈল ঃ ৰাধা পুনঃ চলল ঃ তাদেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি ১ ॥

গিত ॥ ৰাগ ভাটিআলি ॥ একতাল ॥

ধ্রুং ॥ গৃহৰ বাজ হুয়া যান্তে পৰি গেল বাধা ।
মাৱে বাপে নাম থৈছে কলঙ্কিনি ৰাধা ॥

সুত্র ॥ ঐচন বাধা নগনিয়ে ঃ ৰাধা গোপিসব সহিতে পথে জাইতে ডাকি বোলল ॥*॥

ৰাধা বোল ॥ দেৱক ছুৰ্ল্লভ ঃ গোপাল-বল্লভ পসাৰ কে নিবি ৰে কে নিবি ৰে২ ॥*॥

বালকসব বোল ॥ আঃ হামু লিব হামু লিব ৰে ॥*॥

সুত্র ॥ ওহি বুলি ঃ সিশুসবে পসাৰ নমাইতে চাহে ঃ তাহে পেখিএ গোপিসব পুচত ॥*॥

গোপি বোল ॥ আহে বালকসব ঃ হামাৰ পসাৰ চুইতে ২ (ক) চাৱস ঃ তোহো কি নাম ঃ কি জাতি তা কহ ॥*॥

কৃষ্ণবোল ॥ তুহু গোৱালি হামু গোৱাল ।
পৰ্ব্বত বনত খপহোঁ কাল ॥
৩এন্নুৱা কত কত খাই আছে দই ।
কি সোধ তোৰ মায়েৰ পৈ ॥

(বালকসব বোল ॥ আহে গোৱাৰিসব ঃ তোহো কি নাম ঃ তা কহ॥)

সুত্র ॥ তাহে সুনি ৰাধা বোল ॥
কি বোল গোৱাল জাতি ।
একো ঠাইত নবঞ্চো ৰাতি ॥
দধি দুগ্ধ বিকি ঘৰে জাঞ ।
কি সোধ তোৰ মায়েৰ নাউ ॥

সুত্র ॥ ওহি বুলি গোগিসবে ঃ দধি নাহি বিকিএ ঃ পুনু যমুনাৰ ঘাটে চলল ঃ পেখি কানাই আগভেটি বোলল ॥*॥

---

১। হৰিবোল ২। কে লেহু, কে লেহু ৩। "দানক ভোকত কিনিচো দৈ।"
২(ক) নামাইতে ঃ



গিত ॥ ( পূৰ্ব্ব গীতৰ পদ ) ৩(ক) ॥

চলে ৰাধা বাহুৰিয়ে যমুনাৰ ঘাটে ।
পেখিয়ে কানাই ভেটল ৰাজবাটে ॥
ঘাটে ৰে ঘাটিয়া হামু পথে মহাদানী ।
দান কেনে নাদেসিবে চিকোন গোৱাৰিনি ॥*॥২॥

কথা ঃ গোৱাৰিসব বোল ॥ আহে গোৱালসব ঃ হামুসব ওহি যমুনাৰ ঘাটে নাহি যাৱবোঁ ঃ পুনু মথুৰাহাটে চলেছোঁ ॥

সুত্র ॥ ওহি বুলি গোৱাৰিসব ঃ যমুনাঘাটে জাইতে নাহিপাৰি ঃ পুনু মথুৰাঘাটে চলল । তাহে পেখি গোৱালসবে ঃ ওহি কানাইক চকি বুলিয়ে ঃ গোপিসবক জেচে আগোৰল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰিবোল ॥

---

৩ (ক) গিত ॥ ৰাগ বৰাড়ি ॥ একতাল ॥

আলে ৰাধে কি লৈয়া পশাৰ নমাউ দেখি ।
জেদিকে সুন্দৰি ৰাধে সেই দিকে কানাইৰ চকি ॥
নিতে আইচো নিতে জাঞ কৰো বিকিকিনি ।
দান কেনে নেদেও হে চিকন গোৱালিনি ॥
ভাণ্ড পিছে লব দান এ পাঞ্চ কাউন ।
দাড়িয়াৰ মাগন লব হাতেৰি কঙ্কন ॥—পাঠান্তৰ ।

গিত ॥ ৰাগ বৰাৰি ॥ একতালি ॥

ধ্রুং ॥ জে দিকি জাৱয় ৰাধা সেদিকে কানাইৰ চকি ।
দান নেদি জাস সবে কাঢ়ি লৈবো সখি ॥

পদ ॥ ঘাটেৰ মধ্যে লৈবো দান এপঞ্চ কাওন ।
দণ্ডিয়াসকলে৪ লৈবো হাতেৰ কঙ্কন ॥*॥৩॥

কথা । গোৱালসব বোল ॥ আহে গোৱাৰিসব : ওহি কানাইৰ চকি : দান নাহি দিয়ে তোহোঁ কৈছে চলব ॥*॥

সুত্র ॥ ওহি বুলি : গোৱালসবে গোপিসবক আগুৰিয়ে : পথ ভেণ্টয় : তাহে পেখি গোপিসব জে বোলল : তা দেখহ সুনহ : নিৰন্তৰে হৰিবোল হৰিবোল ।

গিত ॥ ৰাগ সিন্ধুৰা ॥ তালৰূপক ॥

ধ্রুং ॥ নিতে আইছো নিতে জাইছো কৰো বিকা-কিনি ।
এহি পথে কানাই চকি কভো নাহি সুনি ॥

পদ ॥ সুনৰে নন্দেৰ বালা তোক নাহি ডৰ ।
জাইয়া কংসেৰ আগে কৰিব গোচৰ ॥*॥৪॥

কথা । গোপি বোল ॥ আহে বালকসব : ওহি পথে হামু নিতে আৱত : কানাইক চকি কতিহোঁ সুনয়ে নাহি : তবহু জদি ইহাত ঝুণ্টা জগৰা কৰহ : তবে কংস ৰাজাৰ দোহাই জানহ ॥

৪ । দাড়িয়া মাগন, দণ্ডিয়া-মাগন :



বালকসব বোল ॥ আহে গোৱাৰিসব : তোহাৰি কংস ৰাজা হামাৰি কে ॥

সুত্র ॥ ওহি বুলি গোৱালসবে : সবহি আগুৰি : গোপিসবক বন্দি কয়ল : তাহে পেখি : গোপিসব ডাকি বোলল ॥

গোপিসব বোল ॥ আহে জবৰা বাপ৫ : গোৱালক চৱালসকলে : হামাক ঝুণ্টা ঝগৰা কৰইছে : তুহুঁ সত্বৰে আৱ : সত্বৰে আৱ ॥*॥

সুত্র ॥ তাহে সুনি : জবৰা বাপ হল হল কৰিয়ে ধাৱল : তাহে পেখি গোৱাল সকলে : গলে বস্ত্র দিয়া বিগুতি কৰিয়ে ঘসাৱল : মহা চোট পাই : জবৰা বাপ বেগে পলাৱল : তাহে পেখি শ্রীকৃষ্ণে : গোপগন সহিতে : পুনু গোপিসবক তৰ্জয়ে লাগল : তাহে পেখি : গোপিসবে জে বোলল : তা সুনহ ॥

গোপিসব বোল ॥ আহে কানাই : তোহো সবে ঝুণ্টা নাহি কৰবি : তোহোঁ ভাল কয়ে নৃত্য কৰহ : তোহাক মন সন্তোষিএ : দধি দুগ্ধ লৱনু দেৱবোঁ ॥

সুত্র ॥ আহে লোকাই : গোপিসবক বানি সুনি : শ্রীকৃষ্ণে সাখসব সহিতে : জৈচে নৃত্য কয়ল : তা দেখহ সুনহ : নিৰন্তৰে হৰি বোল হৰি বোল ॥

৫ । এখন পুথিত "দাড়িয়া" আছে ।

গিত ॥ ৰাগ বৰাড়ি ॥ একতাল ॥

ধ্ৰুং ॥ কোটবা৬ খেলাই হৰিএ ঃ ওঁহি বালেকৰ কেলি ।
পৰম আনন্দে খেলে গোপসিশু মেলি ॥

পদ ॥ গোন্টা ঝুমুড়িকা খৈ ঃ আৰু মৰা৭ লাড়ু ।
খেলাইতে ঝলমল কৰে সোনাৰ টাড়খাৰু ॥
গগণে দেৱতাগণে পৰম হৰিষে ।
হৰিগুণ গায়া ৰঙ্গে কুসুম বৰিষে ॥
বৃন্দাবনে কৰে কেলি বৈকুণ্ঠৰ পতি ।
কহয় মাধৱ হৰি-পদ-ৰেনু গতি ॥*॥৫॥

গিত ॥ ৰাগ কানড়া ॥ পৰিতাল ॥

ধ্ৰুং ॥ যষোৱা-নন্দন বালেক মেলে ।
পৰম আনন্দে কোটবা খেলে ॥

পদ ॥ মৰা৭ ঝুমুড়িকা আৰৰ খই ।
বস্ত্ৰ উৰৱে সিঞ্চে হাতে লৈচ ॥
কোটি ব্ৰহ্মাণ্ড কুড়া-ভাণ্ড জাৰ ।
কোটবা খেলান কমণ বিহাৰ ॥
অনন্ত আনন্দ-ৰষেৰ পতি ।
তাহেঁৰ বালেকু খেলানে ৰতি ॥
ভকতি অধিন হৰি দীনদায়াল ।
কহয় মাধৱ গতি বাল-গোপাল ॥

৬। কোটোৱাঃ ৭। মোৱা—পাঠান্তৰ ।



সূত্ৰ ॥ আহে সামাজিক লোক ঃ জে জগতক পৰম গুৰু নাৰায়ন ঃ সনাতন ঃ পৰম পুৰুষ পুৰুযোত্তম ঃ নন্দক মন্দিৰে বেকত হৈয়া কহোঁ ঃ নানা বিনোদ বিহাৰ নৃত্য কয়ল ঃ এক দিয়সে গোপিক ভাণ্ডি ঃ গোপগন সহিতে লৰন্থু খাৱল ঃ সোহি কোটোৱা খেলন জাত্ৰা সম্পূৰ্ণ ভেল । ইহাক জাৰাসবে শ্ৰদ্ধায়ে কৰয় কৰায়ৰ শ্ৰদ্ধায়ে সুনয় ঃ তাৰাসবৰ শ্ৰীকৃষ্ণ চৰণে সপ্ৰেম ভকতি বাঢ়য় ঃ ভকতিক মহিমা কি কহব ঃ জানি শ্ৰীকৃষ্ণৰ চৰণে ঃ মন সাৰ কৰিএ ঃ নিৰন্তৰে হৰিবোল হৰিবোল ॥

ইতি কোটোৱা খেলা ঝুমুৰা সমাপ্ত ।

[ ধূপধৰাৰ ৺বাহুৰাম পাটগিৰীৰ ঘৰত পোৱা ১৩১২চনত নকল কৰা এখন সাঁচিপাতৰ পুথি আৰু গোৱালপাৰাৰ এখন নকল বহিৰ পৰা উদ্ধৃত। বৰ্ণবিন্যাস সাঁচিপতীয়া পুথিৰ মতে ৰখা হৈছে । ]

# টোকা ।

## ছন্দ ।

১। অৰ্জ্জুন ভঞ্জন যাত্ৰা ঃ—

| শ্লোকসংখ্যা । | মূল । | ছন্দ |
|---|---|---|
| প্ৰথম | বিল্বমঙ্গল স্তোত্ৰৰ৩১ শ্লোক। | বসন্ত তিলক |
| দ্বিতীয় | তথা তথা ৩য় শ্লোক । | ইন্দ্ৰ বজ্ৰা । |
| তৃতীয় | ........................ | অনুষ্টুভ । |
| চতুৰ্থ | বিল্বমঙ্গল স্তোত্ৰৰ২৭ শ্লোক। | বসন্ত তিলক । |
| পঞ্চম | তথা তথা ২৩ " । | তথা |
| ষষ্ঠ | তথা তথা ৪৩ " । | ভাম্ম স্তুতি । |
| সপ্তম | হৰিবংশ ২।৭২৯। | অনুষ্টুভ । |

২। চোৰধৰা ঝুমুৰা ঃ—

| | | |
|---|---|---|
| প্ৰথম | বিল্বমঙ্গল স্তোত্ৰৰ ৩য় শ্লোক। | ইন্দ্ৰ বজ্ৰা । |
| দ্বিতীয় | তথা তথা ২৮ " । | মন্দাক্ৰান্তা । |

৩। ভুমি লুটিয়া ঝুমুৰা ঃ—

| | | |
|---|---|---|
| প্ৰথম | .................... | আৰ্য্যা । |
| দ্বিতীয় | বিল্বমঙ্গল স্তোত্ৰৰ ২৬ শ্লোক। | আৰ্যাগীতি । |



৪। পিম্পৰা গুচুৰা ঝুমুৰা ঃ—

| | | |
|---|---|---|
| প্ৰথম | বিল্বমঙ্গল স্তোত্ৰৰ ২০ শ্লোক। বা শ্ৰীধৰ স্বামীৰ ব্ৰজ বিহাৰ কাব্যৰ ৩য় শ্লোক | শাৰ্দূলৱিক্ৰীড়িত |
| দ্বিতীয় | বিল্বমঙ্গল স্তোত্ৰৰ ১৩০ শ্লোক। | আৰ্যা গীতি । |

৫ ভোজন বিহাৰ ঝুমুৰা ঃ—

| | | |
|---|---|---|
| প্ৰথম | .................... | বৃত্তগন্ধি (গদ্য) ৷ |
| দ্বিতীয় | .................... | অনুষ্টুভ |
| তৃতীয় | .................... | মন্দাক্ৰান্তা । |
| চতুৰ্থ } পঞ্চম | .................... | অনুষ্টুভ । |

---

# গোপাল আতা ॥

## জন্ম যাত্রা ।

নমঃ শ্রীকৃষ্ণায় ॥

শ্লোক ॥ নক্ষত্রমিত্র নৱনীত সদৈৱ চোৰম্
সর্ব্বেষামেৱ জগতামুদৰাশ্ৰয়ানাম্ ।
আক্রোশকাৰণমহো নিতৰাম্বভূৱ
তং দৈবকীজঠৰজাতসুতং হি ৱন্দে ॥*॥১॥

প্রথম সুত্র ॥ আহে সমাজিক লোক ঃ জোহি পৰম পুৰুষ পুৰুষোত্তম নাৰায়ন ঃ জাহেৰ কটাক্ষে সৃষ্টি স্থিতি প্রলয় হইতে আছে ঃ ব্রহ্মাৰুদ্রাদি চৰণকিঙ্কৰ ঃ জাহেৰ নাম স্মৰন মাত্র ঃ চাণ্ডাল প্রজন্তে ঃ পৰম গতি পাৱত ঃ সোহি পৰম ইস্বৰ ঃ পৰম কৃপালু ঃ কলিৰ মলিন লোকক ঃ অনুগ্রহে ভুমিক ভাৰ হৰন নিমিতে ঃ দৈৱকিৰ গৰ্ভে বেকত হয়া কহো ঃ পৰম ইস্বৰ ৰূপে পিতৃক মাত্রিক আগে ঃ উপাৰ জন্মৰ কথা কয় কহো ঃ মায়ামনুস্য বালক ৰূপে গোকুলে পলাৱল ঃ

সোহি কৃষ্ণক জনম জাত্রা ঃ এহি সভা মধ্যে
কৰাতৱ ঃ তাহেক দেখহ স্তুনহ ঃ নিৰন্তৰে হৰি
বোল হৰি ॥

তদনন্তৰে ব্ৰহ্মা ঞ্ছৈন প্ৰবেস কয়ল ঃ তা
দেখহ স্তুনহ ঃ নিৰন্তৰে হৰি বোল হৰি

গিত ঃ ৰাগ আসোআৰি ॥ ॥১॥॥

আৱত বিধি মুনিগন সঙ্গে ।
চৌভিতি বেদ উঞ্চৰয়২ ৰঙ্গে ॥
পদ ॥ দেৱ সিদ্ধসব উপাসিয়া জাই ।
আগহি নাৰদ হৰিগুণ গাই ॥
কৰোতু ঘনে ঘনে হৰি বোল ।
হৰিপদে গতি গোপালে বোল ॥॥১॥

স্তুত্ৰ ॥ ঐচ্ছন প্ৰবেস কয় ব্ৰহ্মা এক পাস হুয়া ৰহল ঃ
তদনন্তৰে ঃ বস্তুমতিক প্ৰবেস দেখহ স্তুনহ ॥

গিত ঃ ৰাগ ॥ একতালি তালেন ॥

আৱত বস্তুমতি কয় পৰবেস ।
দুখ সোকে অধিক সৰিৰ ভৈলা ক্লেস ॥
পদ ॥ ধিৰে ধিৰে চলয় নয়নে বহে নিৰ ।
প্ৰবেসিলা গৈয়া পাছে বিধিৰ মন্দিৰ ॥

১। পৱিতাল ঃ ২। উচৰয় ঃ



পড়িআ চৰণ আগে নিবেদিলে দুখ ।
কহয় গোপাল দিন পৰম মুৰুখ ॥॥২॥

স্তুত্ৰ ॥ ঐচন প্ৰকাৰে বস্তুমতি প্ৰবেস কয় ঃ বিধাতাকু
আগু জে বোলল ঃ তাহেক স্তুনহ ॥

বস্তুমতি বোল ॥ আহে বিন্ধাতা ৩ ঃ পৰম দেৱকু দেৱতা ঃ
সকল জগত সৃষ্টি কৰতা ঃ হামাক ধৰ্ম্ম অৰ্থ কাম মোক্ষঃ
সকল নাযল ৪ হেতু নিৰ্ম্মিত৫ কয়ল ঃ সোহি ধৰ্ম্ম৬ দুষ্ট
দৈত্য দানৱ ঃ দুৰ কয়ল ঃ তাহেৰ ভাৰ সহিতে নপাৰি ঃ
হামু অধোগতি জাঞ তোহাৰ আগে কি কৰহোঁ৭॥

স্তুত্ৰ ॥ তদনন্তৰে ঃ ব্ৰহ্মা ভুমিক দুখ দেখিয়ে ঃ মনে পৰম
কৰুনা মিলল ঃ তৃদস দেৱতা সহিতে ঃ খিৰোদধি
তিৰে গয়া কহোঁ ঃ সামাধি ধৰিয়ে ঃ হৰি আৰাধনা
কয়ে লাগল ঃ তাহে দেখহ স্তুনহ ॥

ব্ৰহ্মা বোল ॥ আহে দেৱতাসব ঃ তোৰাসব
সমাধিত কি দেখল কি স্তুনল ॥ দেৱতাসব বোল ॥
আহে বিধাতা ঃ হামুসব কিছো নাহি স্তুনত৮॥
ব্ৰহ্মা বোল ॥ অ ঃ তোৰাসব নাহি স্তুনহ ঃ হামু জে
স্তুনলু ইশ্বৰক বানি ঃ তাহেক স্তুনহ । শ্ৰীকৃষ্ণ ভুমিক
ভাৰ হৰব ঃ তোৰাসব গোকুলে জনম ধৰহ । দেৱনাৰি-
সবো ঃ গোপিৰূপে গোকুলে জনম ধৰব । হে ৰিসিসব

৩। বিধাতা ঃ ৪। সাধন ঃ ৫। নিৰ্ম্মান ঃ ৬। অধৰ্ম্ম ঃ ৭। কহব ঃ ৮। স্তুনল ঃ

তোৰাসব গোকুলে বস্ত৯ ৰূপে জনম ধৰহ। আহে অাদিতিকাস্তপ : তৰাসবে যত্নকুলে১০ জনম ধৰহ। হে দ্রোন : হে ধাৰা : তৰাসব নন্দযসোদা ৰূপে গোকুলে জনম ধৰহ : কৃষ্ণক জনম নিমিত্তে : অনন্ত যোগমায়া অবতাৰ ধৰহ১১॥

সুত্র ॥ অাহি বুলি ব্রহ্মা দেৱতাসবক আদেস কয়ল : ভূমিক আস্বাস বানি বুলয়ে : নিজ মন্দিৰে চলল। তদনন্তৰে মথুৰাপুৰিক ৰাজা উগ্রসেন : তাহেক ভাত্রি দেৱক : দৈৱকিকু বিবাহ নিমিতে : সবান্ধয়ে বৰ জিজ্ঞাস কয়ে লাগল : কন্যাক সদৃস বৰ কোন থানে নাহি : একে বসুদেৱ বিনে : ওঁহি নিচ্ছয় কাৰ১২ : জৈছে দুত পঠাই : বসুদেৱক অনাওল : তাহেক দেখহ সুনহ : নিৰন্তৰে হৰি বোল হৰি বোল ॥

## গিত : ৰাগ গোৰিৰ ॥ মান চুটকলা ॥

ধ্রুং ॥ আয়ে১৩ বসুদেৱ : পৰম ৰঙ্গ মনে :
চৌভতি জাদৱ বেঢ়ি ৰে।
আগে দিপ ঘট : নাছে নটি নট :
কৰিআ মঙ্গল খেড়ি ৰে ॥
পদ ॥ সুন্দৰি পদ্মানি : নাৰিগন চলে :
উৰুলি মঙ্গল হৰি বোলে ৰে।

৯। বৎস : ১০। গোকুলে ১১। ধৰৱ : ১২। জানি : ১৩। আৱে :



কিঙ্কিনি কঙ্কন : নেপুৰ ৰুনঝুন
ৰয়ন চান্দ উজোৰে ॥
মৃদঙ্গ দুন্দুভি : তাল কৰতাল :
সবনে বহু বিদ্ধ বোল১৪।
চৌভিতি জয় জয় : মিলল মহোস্তৱ :
দিন গোপাল বোল১৫॥*॥৩॥

সুত্র ॥ ওঁচন প্রকাৰে বসুদেৱ প্রবেস কয়ে : এক পাস হুয়া ৰহল। তদনন্তৰ দৈৱকিৰ প্রবেস দেখহ সুনহ : নিৰন্তৰে হৰি বোল হৰি বোল ॥

## গিত : ৰাগ গোৰিৰ ॥১৬॥

ধ্রুং ॥ সখিসব সঙ্গে : চললি দৈৱকি :
বিবাহ মন্দিৰ মাঝে।
হংসৰ গমনি : কৃষ্ণ-জনয়নি ১৭ :
পেখি সসোধৰ লাজে ॥
পদ ॥ মুকুট কুণ্ডল : কেযুৰ১৮কঙ্কন :
গলে গজমতি জলে।
কঙ্কন কিঙ্কিনি : বাজে ৰিনি বিনি :
নেপুৰ পদকমলে ॥

১৪। বোলৰে ১৫। বোলবে :
১৬। বিসম তাল : ১৭। কুৰঙ্গনয়নি : ১৮। কেঝুৰ :

বিধিয়ে নিৰমিল ঃ কনক পুতলি ঃ
ত্রৈলোক্যে নাহি উপামা ।
দিন হিন মতি ঃ কহয় গোপাল ঃ
ডাক বোলা ৰাম ৰামা ॥*॥৪॥

সূত্র ॥ আহে সমাজিক লোক ঃ জৈচন প্রকাবে ঃ দেৱক বসুদেৱত ঃ দৈৱকিক বিবাহ দেলহ ঃ তাহেক দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

## গিত ঃ ৰাগ সুহাই ॥ জতি ॥

বসুদেৱ বিবাহ কৰতু হৰিসে ।
পেখিএ সুৰ ঃ সিদ্ধ মুনি কিন্নৰ ঃ
আনন্দে কুসুম বৰিসে ॥

পদ ॥ দুইহানো কেশকি১৯ ঃ এক থান কৰিয়ে ঃ
দেৱক ঢালিলেক২০পানি ।
পেখিএ২১গর্গ ঃ শুব্র ধৱি ছুনতঃ
কৌতুকে বেদ বখানি ॥
চৌভিতি ঢাক২২ ঃ মৃদঙ্গ ঢোল দুন্দুভি ঃ
উৰলি মঙ্গল হৰি বোল ।
গজ বাজি ৰথ ঃ ৰতন বহু জৌতুক
দিন গোপালে এহু বোল ॥*॥৫॥

১৯। কেস ঃ ২০। ঢালয় বঙ্গে ঃ ২১। পেখি ২২। ঢাকয়, ডাক ঃ



সূত্র ॥ ঐচন প্রকাৰে বসুদেৱ ঃ দৈৱকিক বিবাহ কৰিয়ে ঃ পৰম কৌতুকে সুবর্ণৰ ৰথে চৰিয়ে ঃ কন্যা সমন্বিতে ঃ নিজ মন্দিৰে চলল ঃ সহি২৩সময়ে কংস ঃ ভগিনিক প্রীতি সাধিএ ঃ ৰথে চাড় বাঘজড়ি ধৰিয়ে ঃ ঘোড়া ডকাইতে২৪লাগল ঃ

সেহি২৫ সময়ে আকাসি বানি পড়ল ঃ [ হে কংস ! যাক লৈয়া যাস ঃ এহিৰ অষ্টম পুত্রে ঃ তোৰ প্রাণ লৱব ঃ ] তাহেক সুনিয়ে ঃ পৰম ভিতি ছুয়া ঃ দৈৱকিৰ কেশত২৬ ধৰিয়ে ঃ কাটিতে খোজয় ঃ পেখিয়ে বসুদেৱে ঃ জৈছন প্রবোধ কয়ল ঃ তা দেখহ সুনহ ॥

বসুদেৱ বোল ॥ আহে মহাৰাজা কংস ঃ তোহোৰ২৭ গুণক তিনিয়ো লোকে জানয় ঃ বিৰসবে বখানয়২৮ ঃ কমনে মৃত্যুক ভয়ে ঃ পাপ আচৰিতে চায় ঃ জন্তুৰো মৃত্যু দেহা সঙ্গে যনময়২৯ ঃ এহি৩০ জানি দৈৱকিক বধিতে উছিত নোহে৩১ ঃ তোমাৰ৩২ কনিষ্ঠ ভগিনি ঝিৱ প্রাই৩২ ॥

সূত্র ॥ ঐছন প্রকাৰে ঃ বসুদেৱে বিনয়৩৩ বোলয় ঃ কংসে সুনএ৩৪ নাহি ॥ পুনঃ বসুদেৱ চিন্তিতে লাগল ।

২৩। সোহি ঃ ২৪। ডাকিতে ২৫। সোহি ঃ ২৬। কেশ ঃ
২৭। তোমাৰ ঃ ২৮। বখানেয় ঃ ২৯। জনময় ঃ ৩০ ওহিঃ
৩১। নহয় ঃ ৩২। তোহাৰ ঃ ৩২। প্রান ঃ ৩৩। বিলাপ ঃ ৩৪। সুনিয়ে ঃ

অঃ কি দৈৱকিৰ গৰ্ভে পুত্ৰ নজন্ময়৩৫ : কি কংস মৰয়৩৬ : কি পুত্ৰ জনময় : তাহেৰ হাতে কি ইহাৰ মৃত্যু হয় : দৈৱগতি কে বুঝিয়ে৩৭ : এহি গুণি বোলয় লাগল : তাহেক সুনহ ॥

বসুদেৱ বোল ॥ আহে কংসৰাজ : তোহু জে আকাসি বচন সুনল : দৈৱকিত হন্তে তে'হাৰ মৃত্যু নাহি : ইহান অষ্টম গৰ্ভক৩৮ পুত্ৰত মৃত্যুভয় হয়াছৈই : পুত্ৰসব উপজিলে তোমাত সম্পীবু৩৯ ॥

সুত্ৰ ॥ এহি৪০ বুলি বসুদেৱ মৌনে ৰহল । কংস [ দৈৱকিক তেজিয়ে ] পাড়অৰ্ত্তি৪১ নিৱৰ্ত্তি গৈল : বসুদেৱ দৈৱকি সহিত নিজগৃহে প্ৰবেসল । তদনন্তৰে : দৈৱকিৰ গৰ্ভে কিৰ্ত্তিমন্ত নামে পুত্ৰজাত ভৈল : তাহেক বসু- দেৱ : কংসক আগে দেলহ : দেখি কংসে বসুদেৱক প্ৰসংসি : জে বোলল : তা দেখহ সুনহ ॥

কংস বোল ॥ আহে বসুদেৱ : সাধু সাধু : তুহু পৰম মহন্ত : তোহো সম সত্যবাদি নাহি : ওঁহি বালক সত্বৰে লৈয়া জায়৪২ : ইহাত কোন ভয় নাহি : তোহোক অষ্টম গৰ্ভক পুত্ৰ আমাক৪৩ দেৱব৪৪ ॥

৩৫। জনময় : ৩৬। নমৰয় :
৩৭। বুঝয় : ৩৮। গৰ্ভ : ৩৯। অৰ্পিবো : ৪০। ওহি :
৪১। পৰিঅৰ্ত্তি : ৪২। জাস : ৪৩। হামাক : ৪৪। দেৱহ :



সুত্ৰ ॥ কংসৰ বচন সুনি বসুদেৱ : পুত্ৰ কলে৪৫ ধৰিয়ে : আপন মন্দিৰে গেলহ । তাহে সুনি৪৬ নাৰদ খেদ কৰিতে লাগল ॥

নাৰদ বোল ॥ হা হা কি ভেল : দেৱকাৰ্য্য নাহি সিযল ৪৭ ॥

সুত্ৰ ॥ এহি৪৮ বুলি নাৰদ : ছৈছে কংসক পাসে আৱত : তা দেখহ সুনহ : নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত : ৰাগ আসোআৰি ॥ পড়িতাল ॥

ধ্ৰুং ॥ আৱত নাৰদ হৰিগুণ গাই ।
নাচত হৰিসে বেনু৪৯বঝাই ॥
পদ ॥ সাধিব দেৱক কাৰ্য্য এহ৫০বুলি ঋষি ।
কংসৰ সভাত আসি মিলিলা হৰিষি :
ৰাজাক সম্মুখি হসি নাৰদ বোল ।
কৰো৫১সব অব নৱ হৰি হৰি বোল ॥*॥৬॥

সুত্ৰ ॥ আহে সভাসদসব : কংসৰ সভা প্ৰবেসি নাৰদ : জহি৫২বানি বোলয়৫৩ ; তা দেখহ সুনহ ॥

নাৰদ বোল ॥ আহে ভোজৰাজা : বসুদেৱক পুত্ৰ নাহি মাৰল ॥

কংস বোল ॥ হে মহামুনি নাৰদ : ওঁহি বসুদেৱ পৰম মহন্ত : মহা সত্যবাদি : ইহান সপ্তম পুত্ৰত হামাৰ মৃত্যুভয় নাহি ॥

৪৫। কোলে : ৪৬ পেখি : ৪৭ । সিজল : ৪৮। ওহি : ৪৯ । বিনা :
৫০। ওহি : ৫১। কৰু : ৫২। জোহি ৫৩। বোলএ লাগল :

সুত্র ॥ তাহেক সুনি ঃ নাৰদ বিহসি৫৪বোল ॥

কথা ॥ আহে কংস ঃ তুহোঁ পৰম অজ্ঞান ঃ হামু জে কহু তা সুনহ । এহি৫৫বসুদেৱ প্রমুখ্যে জত জাদৱ ঃ দৈৱকি যশোদা আদি ভত নাৰি ঃ ঐসব দেৱঅংস ঃ তুহোঁ কালনিমি নামে ঃ পুর্ব্বে দানব হৱাছিলি ঃ তোহাক হৰি মাৰল ঃ দৈৱকিৰ গর্ভে পুত্র উপজি তোহাক মাৰব ॥

সুত্র ॥ এহি৫৬বুলি নাৰদ চলল । নাৰদক ৰচন সুনি কংস ঃ পৰম ভিতি হুয়া ঃ দৈবকি বসুদেৱক গৃহে আনিএ ঃ বন্দি কয়ল ঃ জাদৱ বংসক হিংসা কৰিতে লাগল ঃ উগ্রসেনক ৰাজ্যভাৰ কাঢ়ি লেলহ ঃ জদুবংস পৰম পিড়া পাই ঃ হৰি ভকতি-ৰক্ষা নিমিতে নানাদেস৫৭ পলাৱল । তদনন্তৰে ঃ দৈৱকিৰ চয়পুত্র কংস মাৰল ঃ সপ্তম গর্ভে পাত ভৈল ঃ অষ্টম গর্ভে শ্রীকৃষ্ণ প্রবেস কয়ল ঃ হৰিক উদৰে ধৰি কহোঁ ঃ দৈৱকি প্রকাস নাহি কৰতঃ জৈছে কুম্ভ ভিতৰে দিপ ঃ [ তদ্বৎ ] ঃ সোহি সময়ে জৈছে দেৱতাসব ঃ তুতি কৰিতে আৱল ঃ তাহে দেখহ সুনহ ॥

গিত ঃ ৰাগ কানৰা ॥ একতালি৫৮তালেন ॥

ধ্রুং ॥ আৱে চতুৰানন পৰম ৰঙ্গে ।
সঙ্কৰ সুৰ মুনিগন সঙ্গে ॥

৫৪ । ঋষি ঃ ৫৫ । ওহি ঃ ৫৬ । ওহি ঃ ৫৭ । নানা বিদিস ঃ নানাদেস ঃ ৫৮ । তাল চুট ঃ



পদ ॥ গগনে ঘনে গৰজে দসো দিসে ।
প্রবেসি সুতিকা গৃহে হৰিসে ॥
প্রনামি পাৱে কৰজুড় হুই৫৯ ।
বোলন্ত তুতি অৱনত মুই৬০ ॥*॥৭॥

সুত্র ॥ আহে সমাজিক লোক ঃ দেৱতাসব কৰজোৰি নমস্কাৰ কৰিএ ঃ জৈছে তুতি কৰিতে লাগল ঃ তাহেক দেখহ শুনহ ॥

দেৱতাসব তুতি ॥ হে পৰমেস্বৰ ঃ তোহো মোক্ষৰ সাধন ঃ সনাতন ঃ সর্ব্ব অন্তর্য্যামি ঃ সংসাৰ মোক্ষৰ কাৰন ঃ মহাজ্ঞানিগনে ইহাক জানয় ঃ মুর্খসবে তোমাক ভেদ মানয় ঃ সন্তৰ ৰক্ষাৰ হেতু ঃ তোমাৰ অৱতাৰ ঃ দুর্য্যনক বিনাসি ভুমিক ভাৰ হৰব ঃ তোমাৰ চৰন-নৌকা জে আশ্রয় কৰয় ঃ বৎস-পদ-জল-প্রাই৬১ সংসাৰ তৰয় ঃ অনন্ত সাধনে তৰয়ে নাহি ॥

সুত্র ॥ আহে সামাজিক লোক ঃ দেৱতাসব ঐছন প্রকাৰে ঃ শ্রীকৃষ্ণক তুত কয়ল ঃ দৈৱকিক প্রবোধ বুলিয়ে ঃ আপুন থান চলি গৈল ॥ তদনন্তৰে ঃ শ্রীকৃষ্ণক জনম নৈক্ষেত্র মিলল ঃ দিস সব প্রসন্ন ভেল ঃ মহন্তসবৰ মন স্বস্থ ভেল ঃ পৰম সুগন্ধি৬২ বায৬৩ বহল৬৪ ঃ শাগৰ৬৫ লগে৬৬ জলধৰ গর্জয় ঃ মধ্য

৫৯ দুই ঃ ৬০ । হুই ঃ ৬১। বৎসপদপ্রায় ঃ ৬২। সুগন্ধিত ঃ ৬৩। বাত, বাউ ঃ ৬৪। মিলল ঃ ৬৫। সাগৰ ঃ ৬৬। সঙ্গে ঃ

ৰাতৃ অন্ধকাৰাচন্ন ভেল : সহি৬৭ সময়ে শ্ৰীকৃষ্ণ জৈছে৬৮ জনম ভেল : তাহেক দেখহ সুনহ : নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত : ৰাগ বেলআৰ ॥ তাল চুন্টা৬৯ ॥

দেখৰে নয়ন ভৰিয়ে লোই৭০ ।
পৰম পুৰুষ অৱতাৰ হোই ॥
পদ ॥ কোটি কোটি অণ্ড৭১ ৰোম কুপে৭২ জাহাৰা৭৩ ।
সো হৰি দৈৱকি উদৰে অৱতাৰা ॥
স্যাম মুৰতি পিত অম্বৰু সোহে ।
পেখিয়ে ৰূপ মদন মন৭৪ মোহে ॥
কনক৭৫ কেয়ুৰ৭৬ মুকুট হাৰ লোলে ।
গতি গোবিন্দ মেৰি গোপালে বোলে ॥*॥৮॥

সূত্ৰ ॥ বসুদেৱ অদ্ভুত বালক দেখিএ : সপটয়ে৭৭ স্নান কয়ল : মনে অজুত গোদান কয়ল : বিষ্ণু হেন জানি : জৈছে তুতি কয়ে লাগল : তাহে দেখহ সুনহ ॥

বসুদেৱ বোল ॥ হে পৰম ইস্বৰ : তোহোঁ পৰম কাৰন : পৃথিবিৰ ভাৰ হৰন নিমিতে : হামাৰ৭৮ গৃহে বেকত

৬৭। সোহি : ৬৮। জৈছে (লোপ) ৬৯। ৰূপকমান : ৭০। চোই : ৭১। ব্ৰহ্মাণ্ড : ৭২। কুম্পে : ৭৩। জাৰা : ৭৪। কোটি : ৭৫। কঙ্কন : ৭৬। কেয়ুৰ : ৭৭। সন্তষ্টে : ৭৮। আমাৰ :



ভেল : দুষ্টক দণ্ডি : সন্তক পালি : ধৰ্ম্মপথ ৰক্ষা কৰৱ ॥

সূত্ৰ ॥ তদনন্তৰে : দৈৱকি জৈছন তুতি কয় লাগল : তা সুনহ ॥

দৈৱকি বোল ॥ হে জগত কাৰন নাৰায়ন৭৯ : কালসৰ্প্পক ভয়ে ব্ৰহ্মভুৱন৮০ প্ৰৰ্যন্তে জিৱ পলাৱল : একয়ে৮১ থানে অভয় নাহি পাৱত৮২ কোন ভাগ্যোদয়ে৮৩ তোহ্মাৰ অভয় চৰনে আশ্ৰয় কয়লোঁ : তেবে৮৪ মৃত্যুভয়৮৫ চাড়য় : কংসকভয়ে হামাৰ হৃদৱ কাম্পয় : ওঁহি দিব্য ৰূপ সম্বঁৰহ৮৬॥

সূত্ৰ ॥ এহি৮৭ বুলি দৈৱকি : মৌন হুয়া ৰহল : শ্ৰীকৃষ্ণ বোলয় লাগল ॥ আহে পিতৃ৮৮ তুহোঁ সুতপা৮৯ প্ৰজাপতি : হে মাতৃ : তোহোঁ পৃষ্ণি নামে সান্তি : পুত্ৰকামে আমাক৯০ বিস্তৰ আৰাধন৯১ কয়ল : সেহি জন্মে পৃস্নিগাৰ্ভ নামে পুত্ৰ ভৈলো । দুতিআ জনমে তোহু অদিতি-কাস্যপ : হামু বামনপুত্ৰ । তৃতিয় জনমে বসুদেৱ-দৈৱকি : নিজ ৰূপে জনম ভৈলু : তুহোঁ এহি৯২ জনমে গতি পাৱব : হামাক সত্তৱে গোকুলে নন্দগৃহে থৈয়া : যোগমাআক আনহ ॥

৭৯। প্ৰভু : ৮০। ব্ৰহ্মাভুবৰ্ন : ৮১। একোএ : ৮২। পায়ে : ৮৩। ভাগ্যে দুহু : ৮৪। তাহেক : ৮৫। মৃত্যসৰ্প্পে ৮৬। সম্বৰহ : ৮৭। ওহি : ৮৮। পীতৃ,পিতা : ৮৯। সুত : ৯০। হামাক : ৯১। আৰ্ৰধ : ৯২। ওহি :

সূত্র ॥ এহি৯৩ বুলি শ্রীকৃষ্ণ মায়া মনুষ্যৰূপে বালেক ভেল। বসুদেৱ তওকালে কোলে লৈয়া চলল। দৈৱকি দেখিয়ে জৈছে বিলাপ কয়ল: তা দেখহ সুনহ॥

গিত৯৪ : ৰাগ ধনশ্রী ॥ একতালিতালেন ॥

ধ্রুং ॥ হেৰি হৰিক মোহে মাই।
ফোকাৰয়ে ঘনে ঘনে নয়ন ঝুৰাই ॥
পদ ॥ আজু যনমি৯৫ সুত গৈয়ো পৰদেস।
কতনা লিখিল৯৬ বিধি অভাগিক ক্লেস ॥
পুত্রৰ সন্তাপে তাপে প্রান ফুটি জাই।
কহতু গোপালে গতি গোবিন্দ পাই ॥*॥৯॥

সূত্র ॥ বসুদেৱ পুত্র কোলে ধৰিয়ে গোকুলে চলল: সোহি সময়ে যোগমায়া জনম ভেল: পহৰিসব নিন্দ্রা গেল: দ্বাৰিসব বন্ধ চৰল: মেঘ কনিকা বৃষ্টি কয়ল: তাহে পেখিয়ে: অনন্ত

৯৩। ওহি: ৯৫। জনমি, জননি: ৯৬। লিহিলা: পাঠান্তৰ।
৯৪। বৰগীতত এই গীত এনে দৰে আছে:—
"ধ্রুং ॥ হৰিক বয়নে হেৰি মাই।
ফোকাৰে নিস্বাস নীৰ নয়ন ঝুৰাই ॥
পদ ॥ আযু জনমি সুত চল পৰদেশ।
কতনো লিহিল বিহি অভাগিক ক্লেশ ॥
বিনো তোহোঁ ৰহব জীৱন কৈচে মোই।
কহ শঙ্কৰ কৃষ্ণ বোল সব লোই ॥"



ফনাচত্র ধৰল: তাহে দেখহ সুনহ: নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত: ৰাগ কামোদ ॥ * ৯৭ ॥

ধ্রুং ॥ গগনে গৰজে ঘন: কোলে লৈয়া নাৰায়ন:
চলে বসুদেৱ ধিৰে ধিৰে।
দেখিআ সহস্রানন: ভিজে প্রভু নাৰায়ন:
ফেনায়ে৯৮ ধৰিলা চত্র সিৰে ॥
পদ ॥ পাইলা জমুনাৰ কোল: দেখি ঢ়উ উৰমি ৰোল:
বসুদেৱ ভয় ভৈলা মনে।
দেখি বাট দিলা মাঝে: পাৰ ভৈলা জহুৰাজে:
দিন পোপালে এহি ৯৯ ভনে ॥*॥১০॥

সূত্র ॥ ঐছন পৰকাৰে: বসুদেৱ জমুনা চড়াই: ক্ষেনেকে নন্দগৃহে প্রবেসল: ১০০ কৃষ্ণক থৈয়া কন্যাক কোলে ধৰিআ পুনু আৱল: দৈৱকিৰ কোলে দেলহ: তাহে দেখিয়ে কন্যা: ক্রন্দন কয় লাগল: তাহে সুনি পহৰিসব: কংসৰ আগু জৈছে জানাৱল: তাহে দেখহ সুনহ ॥

পহৰিয়াসব ১০১ বোল ॥ আহে মহাৰাজা কংস: দৈৱকিৰ পুত্র জনম ভেল ॥

৯৭। মান পৰিতাল: ৯৮। ফনায়ে: ৯৯। এহু: ১০০। প্রবেসিল
১০১। পহৰি:

সূত্র ॥ তাহে স্থুনি কংসঃ পৰম ভিতি হুয়াঃ সুতিকা গৃহে জৈছে আৱলঃ তাহে দেখহ সুসহঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ঃ ৰাগ কানৰা ॥*১০২॥

ধ্রুং ॥ আৱত কংস ভয় হুয়া বড় ।
হাতে খাণ্ডা১০৩ ধৰি দিলে লৱড় ॥

পদ ॥ পৰম ক্রোদ্ধে বেগে জাই ধাই ।
পৰিলা পথত উঝন্টি খাই ॥
ৰাত্রি অন্ধকাৰ দিস নপাই ।
ফুৰয় ঘাড়-মুটুকুড়ি খাই ॥ ১০৪
গৰজি বোলে কাহে জাইবি হৰি ।
আফালি মাৰিবো পাৱত ১০৫ ধৰি ॥
ফোফাই ১০৬ জেন নাগ মুকুত কেশ ।
ভৈলন্ত সুতিকা গৃহে প্রবেস ॥*॥১১॥

সূত্র ॥ ঐছন প্রকাৰে কংসঃ সুতিকা গৃহে প্রবেসলঃ দেখিআ দৈৱকিঃ পৰম ভিতি হুয়াঃ জচন কাতৰ১০৭ কৰিতে লাগলঃ তাহে দেখহ সুনহ ॥

গিত ঃ ৰাগ কল্যান ॥১০৮॥

ধ্রুং ॥ দৈৱকি সতিঃ বোলন্ত কংস মুখ চাই ।
এহি১০৯ কন্যাৰত্নঃ বৈৰি নোহে তোহাৰিঃ
জানি বধিতে নজুয়াই ॥

---

১০২। মান পৰিতালঃ ১০৩। খড়্গঃ ১০৪। "ফুৰয় ঘৰে ধৰামুটি খাই ॥" ১০৫। পৰ্ব্বতঃ ১০৬। দেদাইঃ ১০৭। তুতিঃ ১০৮। মান জৌতিঃ ১০৯। ওহিঃ



পদ । তোহাৰি ভগিনি ঃ দুখুনি আমি১১০ অভাগিনিঃ
সাধু অব১১১ তঞ্জি১১২ মান ।
তুহু দায়াল ঃ কৰহো কৃপা হামাৰিঃ
দেহু বালক মুহে দান ॥
অতয়ে বিনন্তি১১৩ ঃ বোলন্তে১১৪ সতি আকুলঃ
বহে নিৰ সঘনে১১৫ নয়নে ।
মাধৱৰ চৰণ ঃ ৰেণু সিৰে পৰসিৱেঃ
দিন গোপালে এহোঁ ভনে ॥*॥১২॥

সূত্র ॥ দৈৱকি বোল ॥ হে দদাঃ হামু তোহাৰি কনিষ্ঠ ভগিনিঃ পৰম দুখুনিঃ হামাৰ ছয় পুত্র মাৰল । সোহি তাপে তাপিত হয়াছিঃ এহি১১৬ কন্যা হামাক দান কৰহ ॥

সূত্র ॥ অইছন পৰকাৰে দৈৱকিঃ বহু বিধ বিনয়ে বোলয়ঃ কংস সুনয়ে নাহিঃ অনেক ভৰ্চ্ছনা কৰি১১৭ঃ কন্যাক পাৱে ধৰি সিলা মধ্যে আছড়ল১১৮ঃ হাতৰ পড়া১১৯ এড়ায়াঃ দিব্য ৰূপ ধৰিএঃ দেবি আকাসে থাকিঃ জে বোললঃ তা দেখহ ॥

দেবি বোল ॥ আহে কংস নিস্থলঃ হামাক মাৰিতে চায়ঃ তুহোঁ অধোগতি জাৱবঃ দুখুনি দৈৱকিকঃ ব্যৰ্থে হিংসা কৰহঃ তোহাৰি প্রান-বৈৰী জিঠাই সিঠাই জনম১২০ ধৰয় ॥

---

১১০। হামিঃ ১১১। অতএঃ ১১২। তোইঃ ১১৩। মিনতিঃ ১১৪। বুলিতেঃ ১১৫। সদায়েঃ ১১৬। ওহিঃ ১১৭। বুলিঃ ১১৮। আস্ফালয়ঃ ১১৯। পড়া (লোপ)ঃ ১২০। জেনমতে জন্মঃ

সূত্র ॥ এহি১২১ বুলি দেবি অন্তর্দ্ধ্যান ভৈলা ঃ সুনিয়া কংস পৰম ভিতি হুয়া ঃ দৈৱকি বসুদেৱক নিহল চৰাই ঃ পাৱে পৰি মিনতি কয় বোলল ॥

কংস বোল ॥ আহে বহিনাই ঃ আহে বহিনি ঃ হামু পৰম পাপ কয়লো ঃ ৰাক্ষসতো অধিক ভেলো ঃ ওহি বিধি লিখিত ঃ কাক বাধয় ঃ হামু মাত্র বধভাগি ভেলো ঃ ওহি কন্যাক বচনে জানলো ঃ তোৰাসবক হামু পাপি ঃ দুখ দেলহোঁ ঃ হামাৰ দোস ক্ষমা কৰহ ঃ ক্রন্দন নাহি কৰব ঃ সোক তেজহ ॥

বসুদেৱ বোল ॥ আহে মহৰাজা কংস ঃ আপুনি জে কহল ঃ ওঁহি সত্য হয় ঃ অজ্ঞানিসে বিৰোধ কৰব ঃ বিচাৰ কয় দেখহ ঃ সব মায়াময় ঃ ইহাত তাপ তেজহ ॥

সূত্র ॥ ঐচন বানি সুনিএ কংস ঃ দিব্য সভা ভাঙ্গি ঃ বসুদেৱ দৈৱকিক নিজ গৃহে পঠাৱল । কংস নিজ মন্দিৰে প্রবেসিয়ে ঃ দানৱ গনক আনিয়ে ঃ দুখ নিবেদল ঃ সুনিয়ে দানৱগনে জৈছে গৰ্য্যয়ে লাগল ঃ তা দেখহ সুনহ ॥

**গিত ঃ ৰাগ কানৰা ॥ × ১২২॥**

ধ্রুং ॥ ডুম ডুম ডুম ডুম ডুন্দুভি বাজে ।১২৩

আরত দানৱ ৰাজ সমাজে ॥

১২১ । ওহি ঃ ১২২। পৰিতাল ঃ ১২৩। "ডুম ডুম ডুন্দুভি নিসান বাজে ।" ঃ



পদ ॥ কংস নিবেদিলা বৃত্তান্ত কথা ।
প্রকটি দান্ত১২৪ ঝঙ্কাৰয় মাথা ॥
গৰজে উপৰক১২৫ তুলি সুল ।
উপাৰে১২৬ জত দেৱতাক মুল ॥
বিনাস ধৰ্ম্মক দানৱ বোল ।
কৰ অব সব নৰ হৰি হৰি বোল ॥ধ্রু॥১৩॥

সূত্র ॥ ঐছন প্রকাৰে দানৱসবক ঃ গোব্রাহ্মনক হিংসা কৰিতে নিজোজল১২৭ ঃ বৈষ্ণৱ বিৰোধে আউ শ্রী জস১২৮ নাস হয় ঃ ইহাক তাৰা জানয়ে নাহি । আহে সমাজিক লোক ঃ এহি১২৯ জানি আপুন কুসল চায়া১৩০ গোব্রাহ্মনক বৈষ্ণৱক কদাচিতো হিংসা কৰবি নাহি ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

সূত্র ॥ তদনন্তৰে ঃ গোকুলে মহোঁস্বয়১৩১ মিলল ঃ নন্দে পুত্রক জনম সুনিয়ে ঃ সপটে স্নান কয়ল ঃ দৈৱজ্ঞ-ব্রাহ্মনসব আনিয়ে ঃ জাত-কৰ্ম্ম কৰাৱল ঃ গোৰত্ন১৩২ বহু দান কয়ল ঃ গোকুলক সাজ্জি মাজ্জি ঝাতিকাৰ কয়ল ঃ গোবৎসক স্নান কৰায়ল ঃ গোপগোপিসবে বসনে-ভুষনে ঃ অলঙ্কৃত হুয়া ঃ জৈছে নন্দক গৃহে আৱল ঃ তাহে দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

১২৪। দন্ত ঃ ১২৫। উপড়েক ঃ ১২৬। উৎপাৰে ঃ ১২৭। নিজোজিল ঃ ১২৮। জসস্যা ঃ ১২৯। ওহি ঃ ১৩০। চায় ঃ ১৩১। মহোৎসৱ
১৩২। গোৰথ, গোবৎসবৱ ঃ

## গিত ঃ ৰাগ ধনশ্ৰী ॥ মান একচুটি ১৩৩॥

ধ্রুং ॥ কালা১৩৪ হৰখে গোপিনি ঃ পুছয় ঘৰেঘৰ১৩৫ ঃ
স্তুন স্তুন সখিগন ।
চলহোঁ সব জাই ঃ জনম সাফলু
পেখো নন্দনন্দন ৰে ॥

পদ ॥ অমন মধুৰ ঃ মুকতি বালেক ঃ
নাহি তৃভুবন মাঝে ।
হামাৰি সুভদিন ঃ নন্দেৰ ভবনে ১৩৬ ঃ
আনন্দে দুন্দুভি বাজে ৰে ॥
নানান বসন ঃ ভুসন পিন্ধি ১৩৭ অঙ্গে
হৃদয়ে গজমতি লোলে ।
কুণ্ডল ঝলমল ঃ নয়ন কঞ্জল ১৩৮ ঃ
কৰেৰি ১৩৯ ভৰিয়া ফুলে ৰে ॥
কেযুৰ ১৪০ কঙ্কন ঃ কৰতু ৰুনঝুন ঃ
চৰণে মঞ্জিৰ ঝুৰে ।
মঙ্গল মহস্বৱ১৪১ ঃ কিৰ্ত্তন হৰি ৰাৱ
সবদ দসো দিসে পুৰে ৰে ॥
নানা উপাৱন১৪২ ঃ সন্দেস ধৰি সবে ঃ
প্ৰবেশে নন্দক ঘৰ ।

---

১৩৩। জোতি ঃ ১৩৪। কালা (লোপ) ঃ ১৩৫। ঘনে ঘন ঃ ১৩৬। ভুবনে ঃ ১৩৭। পৰি ঃ ১৩৮। কাজল ঃ ১৩৯। কবৰি ঃ ১৪০। কেয়ুৰ ঃ ১৪১। মহোৎসৱ ঃ ১৪২। উপায়ন ; ১৪৩। বোলয় ঃ



জয়তি জয় জয় ঃ মঙ্গল মহস্বৱ ১৪৩ ঃ
উদ্ধক তুলিআ কৰ ৰে ॥
কহয় গোপাল ঃ নন্দনন্দন পুৰ ১৪৪ ঃ
এহি ১৪৫ মন মেৰি আস ।
ব্ৰজেৰ বধুৰ ঃ ৰেণু সিৰে ধৰি ঃ
হৈবহোঁ ১৪৬ দাসকু দাস ৰে ॥*॥১৪॥

---

## গিত ঃ ৰাগ ভাঙ্গীআলি ॥ তাল ছোক ॥

ধ্রুং ॥ আগো ১৪৭ মাই১৪৮ ঃ গোকুলে উদয় জহুমনি ।
আনন্দে ১৪৯ নন্দেৰ পুৰ ছনি ১৫০ ॥

পদ ॥ গোপিগন আসিলা হৰিসে ।
কৃষ্ণ-সিৰে কুসুম বৰিসে ॥
হালধি গোৰস মোট ভৰি ।
সিঞ্চ সবে অন্যো অন্যো কৰি১৫১ ॥
মোট-জলে সবিৰ ভিজায়া ঃ
ৰঙ্গে হাসে নাছে গোপজায়া ॥

---

১৪৪। পুৰে পুৰু ঃ ১৪৫। ওহি ঃ ১৪৬। হুইবোহোঁ ঃ ১৪৭। আলো ঃ ১৪৮। ভাই ঃ ১৪৯। ভাইৰে আমন্দে ঃ ১৫১। "অন্যো অন্যো সিঞ্চে ৰঙ্গ কৰি ॥" ১৫০। চানি ঃ

কৃষ্ণ যসোদাৰ মুখ চাই ।
প্ৰেমভৰে নয়ন ঝুৰাই ॥
গোপগনে উঠিআ হৰিসে ।
দধিদুগ্ধ সিঞ্চে দসো দিসে ॥
ঘসে ঘৃত ঘলে১৫২ মাৰে চাটি ।
দলি মাৰে লৱনুৰ পিণ্ডবাটি ॥
ঋষিগনে বেদধ্বনি১৫৩ কৰি ।
সঘনে স্তুমৰে হৰি হৰি ॥
দেৱগনে গগনে হৰিসে ।
নাছে হাসে কুসুম বৰিসে ॥
সিঙ্গা সঙ্খ ভেৰি ঢাক ঢোল ।
গগন পুৰিয়া১৫৪ হৰি বোল ॥
সভাত জতেক বৃদ্ধ আছে ।
আনন্দতে উঠি সবে নাছে ১৫৫॥
অন্যো অন্যে কৰে ধৰাধৰি ।
ফুৰে সবে মাটিত বাগৰি ॥
কতো উঠি কৰে জয় জয় !
উপজিল নন্দেৰ তনয় ॥
মাধৱৰ পাদপদ্মঁ মনে ।
ধৰিআ গোপাল দিন ভনে ॥*॥১৫॥

১৫২। ঘোলে: ১৫৩। বেদধ্বনি: ১৫৪। পুৰল:
১৫৫। 'উঠি ৰঙ্গে সবে নাচে হাসে ॥—পাঠান্তৰ।



ইতি শ্ৰীকৃষ্ণক নৰৰূপ: মনুস্যনাট: বিনন্দ লিলা: ভাৱ বেৱহাৰ জন্মজাত্ৰা সম্পূৰ্ণ ভেল । গিত ১৫ টা ॥*॥

[ গোৱালপাৰা কড়াইখেৱা সত্ৰত পোৱা শঁক ১৭৩০ তাৰিখ ১২ কৰ্ত্তিকত লিখা সাঁচিপতীয়া পুথি এখন: চন ১২৬৭ তাৰিখ ১৫ আৰনত লিখা ৰামদিয়াত প্ৰাপ্ত সাঁচিপতীয়া পুথি এখন আৰু তুলাপাতৰ পুথি এখন আৰু চমৰীয়া সত্ৰৰ ডেকা অধিকাৰ শ্ৰীযুত উমাকান্ত অধিকাৰীৰ পৰা পোৱা তুলাপাতৰ পুথি এখনৰ ( তাৰিখ অজ্ঞাত ) ৰ পৰা উদ্ধৃত। বৰ্ণবিন্যাস আৰু পাঠ ১৭৩০ শকৰ পুথি মতে আৰু পাঠান্তৰ ১২৬৭ চনৰ পুথিৰ পৰা দিয়া হৈছে। ]

————

# জন্মযাত্ৰাৰ নন্দোৎসৱ বা বোকা যাত্ৰা।

সূত্ৰ ॥ আহে সামাজিক লোক ঃ অনন্তৰে নন্দে দেখল ঃ অদ্ভুত মধুৰ মুৰুতি বালক জাত ভেল ঃ নন্দ যশোদা পৰম হৰিষে ঃ পঞ্চ শবদ সম্বাদ বজাই ঃ জৈছে মহা মহোৎসৱ কয়ল ঃ তদনন্তৰে গোপীসবো যশোদাক পুত্ৰজন্ম শুনিয়ে ঃ নানা সন্দেশ ধৰি কহো ঃ অন্যো অন্যে মাতি নন্দগৃহে আসি ঃ জৈছে মহা মহোৎসৱ কয়ল ঃ তা দেখহ শুনহ ঃ নিৰন্তৰে হৰি বোল হৰি ॥

গিত ॥ ৰাগ ধনশ্ৰী ॥ মান জতি ॥

ধ্ৰুং ॥ হৰষে গোপিনি ঃ পুছয় ঘৰে ঘৰ ঃ
সুন সুন সখিগন ।
ছলহোঁ সব জাই ঃ জনম সাফলু ঃ
পেখো নন্দ-নন্দন ৰে ॥

পদ ॥ অমন মধুৰ ঃ মুৰুতি বালেক ঃ
ইত্যাদি (জন্মযাত্ৰা দেখা)।

সূত্ৰ ॥ আহে সামাজিক লোক ঃ ঐছন প্ৰকাৰে গোপিসব নন্দগৃহে আসি কহোঁ ঃ মহা মহোৎসৱ কয়ে। পৰম

হৰিষে ৰহল ॥ তদনন্তৰেঃ গৰ্গ পুৰোহিত আসি কহোঁঃ জৈছে প্ৰবেশ কয়লঃ তা দেখহ শুনহঃ নিৰন্তৰে হৰিবোল হৰি ॥

## গিত ॥ ৰাগ কানাড়া ॥ পৰিতাল ॥*

ধ্ৰুং ॥ আৱত গৰ্গ পুৰোহিত ৰঙ্গে ।
হাতহি পুস্তক বসুৱা সঙ্গে ॥

পদ ॥ ধৌত দশন বসন ধৌত গাৱে ।
কৰে ধৰি মালা হৰি-গুন গাৱে ॥
তেজি মধুপুৰ পাৱল গোকুল ।
আনন্দে যশোদা ভয়ো আকুল ॥
কৰতহুঁ পাৱে পড়িয়ে পৰনাম ।
সামাজিক লোকে বোলা ৰাম ৰাম ॥

সূত্ৰ ॥ তদনন্তৰে গৰ্গক দেখি নন্দে সপুটে উঠি প্ৰণাম কয়লঃ গৰ্গে আশীৰ্ব্বাদ দেলহ ॥

নন্দ—হে গুৰুঃ তোঁহো পৰম পণ্ডিতঃ জ্যোতিষকো জানহঃ হামাৰ পুত্ৰ দুইৰ জাত কৰ্ম্ম কৰহ ॥

গৰ্গ— জাতকৰ্ম্ম কৰা মই নেদেখো উচিত ।
সবে জানে যাদৱৰ মই পুৰোহিত ॥

*এই গীত আন ঠাইত আন ৰকমে আছেঃ যথাঃ—
আৰত গৰ্গ হৰি-গুন গাই । বসুৱা নাচত ডাৰি পকাই ॥
ৰামক কৃষ্ণক জাত গণিতে । নন্দক গৃহে ভৈল উপস্থিতে ॥
দেখি নন্দে উঠি কয়লি প্ৰণাম । সবহি নৰে বোলা ৰাম ৰাম ॥



মই কৰো তোমাৰ পুত্ৰৰ কৰ্ম্ম জেৱে ।
দৈৱকীৰ পুত্ৰ বুলি জানিবেক সবে ॥
তুমি বসুদেৱে আছে মহামিত্ৰৱতী ।
আপুনি সাক্ষাতে জানে কংস ক্ৰুৰমতি ॥
গুচিবেক শঙ্কা শুনি লোকৰ প্ৰবাদ ।
শিশুক মাৰিয়া পাছে মিলাবে প্ৰমাদ ॥

হে নন্দঃ হামাক সৰ্ব্বলোকে জানয়ঃ হামো যাদৱ বংশৰ পুৰোহিতঃ তোহাৰ পুত্ৰ দুইৰ জাতকৰ্ম্ম কৰিলেঃ কংস শুনি বহুত বিঘিনি আচৰবঃ উচিত নহে ॥

নন্দ—হে গুৰুঃ নজানিবে মোৰ বন্ধু যত ।
গোপ্য কৰি কৰা কৰ্ম্ম অন্তেসপুৰত ॥

হে গুৰুঃ হামাৰ জাতি কুটুম্ব সবেও জানব নাহিঃ গোপ্য কৰি অন্তঃপুৰে কৰব ।

সূত্ৰ ॥ পাছে গৰ্গে অলক্ষিতে পশি অভ্যন্তৰ ।
কৰিলন্ত যত জাতকৰ্ম্ম দুহান্তৰ ॥

আহে সমাজিক লোকঃ ঐছন প্ৰকাৰে গৰ্গে ৰামক জাত গনতি কৰিতে লাগল ॥

গৰ্গ—জানিবা ৰোহিনী পুত্ৰে জ্ঞাতিক ৰঞ্জিব ।
সিহেতু ইহাঙ্ক ৰাম সবেও বুলিব ॥
বলত অধিক পদে বুলিবেক বল ।
মুখ্য অস্ত্ৰ হুইবে আন লাঙ্গল মুষল ॥
শিক্ষা দিয়া মিলাইবেক যত যদুগন ।
সিহেতু ইহান নাম হুইবে সঙ্কৰ্ষণ ॥

হে নন্দঃ ৰোহিনী সুতে গুনৰ দ্বাৰা জ্ঞাতিক ৰঞ্জিব। এহি হেতু ইহাক সবেও ৰাম বুলিবেক ইহাক বলতো অধিক পদে বলও বুলিবেক: আৰ এহুঁ অন্যো অন্যক শিক্ষা দিয়ে যদুসবক মেল কৰি দেয়ব। এহি হেতু ইহাক সঙ্কৰ্ষণ বুলিও মাতিবেক।

সূত্ৰ ॥ কৃষ্ণক জাত গনতি কৰিতে লাগল ॥

গৰ্গ— হে নন্দ তোহাৰি পুত্ৰৰ জাত গনতি কহোঁ: সাৱধানে সুনহ ॥

তিনি বৰ্ণ আছিলন্ত তোমাৰ পুত্ৰৰ।
প্ৰথমে সত্যত ভৈলা শুক্ল কলেৱৰ ॥
ত্ৰেতাত ৰাতুল ভৈলা দ্বাপৰত শ্যাম।
এবে কলি যুগে আন ভৈল কৃষ্ণনাম ॥
পূৰ্ব্বত আছিল বসুদেৱৰ তনয়।
সিকাৰণে বাসুদেৱ নামৰ অন্বয় ॥
গুণে নাৰায়ণ সম তোমাৰ সন্ততি।
নিৰাপদে নিস্তাৰিবে অনেক দুৰ্গতি ॥
যত্নে ৰক্ষা কৰা আঙ্ক হৈবেক কল্যান।
এহি বুলি গৰ্গে পাছে গৈলা নিজ স্থান ॥

হে নন্দঃ তোহাৰি পুত্ৰ যুগে যুগে দেহধাৰণ কৰে ঠিক। সত্যত শুক্লবৰ্ণ: ত্ৰেতাত ৰাতুল বৰ্ণ: দ্বাপৰত শ্যামবৰ্ণ: এৱে কলিত ক'লা পদে কৃষ্ণবৰ্ণ: কৃষ্ণ নাম হৈব। পূৰ্ব্বে কোনো সময়ে বসুদেৱক পুত্ৰ



হয়ে ঠিক: এহি হেতু ইহাক বাসুদেৱ নাম হৈবেক। গুনে নাৰায়ণ সম। তোহাৰ সন্ততি যত্নে ৰক্ষা কৰহ: বহুত বিঘিনি আছয়: প্ৰবন্ধে ৰক্ষা কৰহ।

সূত্ৰ ॥ তদনন্তৰে: ঐছন প্ৰকাৰে গৰ্গ: ৰামকৃষ্ণক জাত গনতি কৰিয়ে: জৈছে স্তুতি কৰিয়ে: আপন থানে চলি গেল: তা দেখহ শুনহ: নিৰন্তৰে হৰি বোল হৰি বোল।

গৰ্গ স্তুতি:—নাহি জন্ম তোমাৰ তথাপি জন্ম ধৰা।
ওহি জন্মে জীৱৰ জনম দূৰ কৰা ॥

সূত্ৰ ॥ আহে সামাজিক লোক: ঐছন প্ৰকাৰে গৰ্গ পুৰোহিত আসি কহোঁ গণিতা কয়ল: তাৰাক নন্দে বহুত সন্মান কয়ল। তদনন্তৰে গোপগোপীসব পৰম হৰিষে পঞ্চ শবদ সংবাদ বজাই: মহা মহোৎসৱ কয়ল: তা দেখহ শুনহ: নিৰন্তৰে হৰি বোল হৰি ॥

## ৰাগ ভাটিআলি ॥ তাল ছোক ॥

ধ্ৰুং ॥ আগো মাই১৫৬: গোকুলে উদয় যদুমনি।
১৫৭আনন্দে নন্দৰ পুৰ ছনি১৫৮ ॥

পদ ॥ গোপিগণ আসিয়া হৰিসে।
কৃষ্ণসিৰে কুসুম বৰিসে ॥

১৫৬। আলো ভাই: ১৫৭। ভাইৰে ভাই: ১৫৮। ধ্বনি:

হালধি গোৰস মোট১৫৯ ভৰি ।
সিঞ্চ সবে অন্যো অন্যে কৰি ॥
মোট১৬০ জলে সৰিৰ ভিজায়া ।
ৰঙ্গে হাসে নাছে গোপজায়া ॥
কৃষ্ণ যসোদাৰ মুখ চাই ।
প্ৰেমভৰে নয়ন ঝুৰাই ॥

সূত্ৰ ॥ আহে সামাজিক লোক ঃ তদনন্তৰ গোপগণ উঠিয়ে অন্যো-অন্যে দধি দুগ্ধ সিঞ্চিয়ে ঃ জৈছে মহোৎসৱ কয়ল ঃ তা দেখহ শুনহ ঃ নিৰন্তৰে হৰিবোল হৰি ॥

পদ ॥ গোপগনে উঠিয়া হৰিসে ।
দধি দুগ্ধ সিঞ্চে দসো দিসে ॥
ঘসে১৬১ ঘৃত১৬২ ঘোলে মাৰে চাটি ।
দলি মাৰে লৱনুৰ পিণ্ড বাটি ॥
ঋষিগণে বেদধ্বনি কৰি ।
সঘনে সুমৰে হৰি হৰি ॥
দেৱগণে গগনে হৰিসে ।
নাছে হাসে কুসুম বৰিসে ॥
সিঙ্গা সঙ্খ ভোৰ ঢাক ঢোল ।
গগন পুৰিয়া হৰি বোল ॥

---

১৫৯। ঘট ঃ ১৬০। ঘটজলে ঃ ১৬১। দধি ঃ ১৬২। দুগ্ধ ঃ



সূত্ৰ ॥ তদনন্তৰ বৃদ্ধসব উঠিয়ে ঃ মহা হৰিষে ধৰাধৰি কয়ে মাটিত বাগৰি ঃ জৈছে প্ৰেমৰসে আকুল ভেলহ ঃ তাহে দেখহ সুনহ ঃ নিৰন্তৰে হৰিবোল হৰি ॥

পদ ॥ সভাত জতেক বৃদ্ধ আছে ।
আনন্দতে উঠি সবে নাছে ॥
অন্যো-অন্যে কৰে ধৰাধৰি ।
ফুৰে সবে মাটিত বাগৰি ॥
কতো উঠি কৰে জয় জয় ।
উপজিল নন্দৰ তনয় ॥
মাধৱৰ পাদপদ্ম মনে ।
ধৰিআ গোপাল দিন ভনে ॥

সূত্ৰ ॥ আহে সামাজিক লোক ঃ ওহি জন্ম যাত্ৰা বোকা যাত্ৰা সম্পূৰ্ণ ভেল । ওহি মহোৎসয় জাৰাসবে পৰম শ্ৰদ্ধায়ে কৰয় ঃ কৰায়য় ঃ জাৰাসবে শ্ৰদ্ধায়ে শুনয় ঃ তাহেৰ কৃষ্ণচৰণে পৰম ভকতি মিলয় । ইহা জানি কৃষ্ণচৰণে মন থিৰ কৰিয়ে ঃ নিৰন্তৰে হৰিবোল হৰি ॥

ইতি বোকা-যাত্ৰা পাচতি সমাপ্ত ॥

[ এখন ছপা পুথিৰ পৰা উদ্ধৃত আৰু এখন নকল পুথিৰ পৰা পাঠান্তৰ দিয়া হৈছে । ]

# গোপী-উদ্ধৱ সম্বাদ নাট

## ( উদ্ধৱজান   অঙ্ক )

শ্রীকৃষ্ণায় নমঃ ॥

শ্লোক ॥   নমোঽকিঞ্চনৱিত্তায় নিবৃত্তগুণৱিত্তয়ে ।
আত্মাৰামায় শান্তায় কৈৱল্যপতয়ে নমঃ ॥১॥

অথ ভটিমা ॥

[ জয় জয় জগজন ঃ   জিৱন জাদৱ ঃ
দেৱ দেৱকু দেৱা ।
চতুৰবয়ন ভৱ ঃ   সুৰপতি জাকৰ ঃ
কৰু নিত চৰনহি সেৱা ॥
সকল নিগমগন ঃ   সনক সনাতন ঃ
অন্ত নপাৱতু জাৰ ।
জে৺ ৰোমকুপে ঃ   অণ্ড কোটি আৱত ঃ
সো হৰি দৈৱকি কুমাৰ ॥১॥
জাহেৰ নাম ৯ ঃ   গুনক সুনিয়ে ঃ
কম্পিত কালক প্ৰান ।

---

১ । গুননাম ঃ

সোহি কংস ভয় ঃ গোকুলে পলাৱত ঃ
ওহি লিলা কোই জান ॥
চৰনক ঘাতে ঃ সকট উৎপাৰল ঃ
হৰলি পুতনিকা প্ৰান২ ।
জো হৰি বন—ঃ অগনি ভয় কৰলি ঃ
গোপগোপি পৰিত্ৰান ॥২॥
ধৰু গিৰি মন্দৰ ঃ দেৱ পুৰন্দৰ ঃ
জোহি কৰলি দৰ্পচুৰ ।
কৰি বহু ৰঙ্গ ঃ ঢঙ্গ কেলি কৌতুক ঃ
গোপিনি মনুৰথ পুৰ ॥
দুষ্ট অৰিষ্ট ঃ কেশি কৰি মোড়ন ঃ
চোড়ল বৎস্বকু প্ৰান ।
সো হৰি গিৰি — ঃ বিবৰ মহ কৰলি ঃ
গোপসিশু পৰিত্ৰান ॥৩॥
ঐচন লিলা ঃ দৰ্শসি হৰিসে ঃ
তাৰল গোকুল নিসেস্ ।
সঙ্গে অক্ৰুৰ ঃ চড়ি ৰথে গোবিন্দ ঃ
মধুপুৰি ভয়ো পৰবেস ॥
সঙ্গে গোপগন ঃ নগৰি বেড়াৱত ঃ
গতি গম্ভিৰ গজ ঠান ।
পেখি পুৰৰমনি ঃ কৰত নয়ন ভৰি ঃ
মুহ পঙ্কজ মধুপান ॥৪॥

২। লিলা নৰ তনু ঃ ধৰাস হৰি হৰিয়ে ঃ হৰলি পুতনিকা প্ৰান



সুদমাৰ ফুল ঃ পৰিয়ে হৰি হ ৰসে ঃ
ঋজু কয় কুবুজিক তনু ।
পসি জজ্ঞসাল ঃ মাৰল সেনা ঃ
ভাঙ্গল কংসক ধনু ॥
দুষ্ট মুষ্টিক ঃ মল্লসব মোড়ল ঃ
চোড়ল কংসক প্ৰান ।
থাপি উগ্ৰসেন ঃ পিতাক মাতাক ঃ
কৰলি দুখ নিৰজান ॥৫॥
গুৰু সান্দপানি ঃ মাগল জানি ঃ
মৃত্তক পুত্ৰ কয় দান ।
পুনু মধুপুৰি ঃ প্ৰবেসি গোবিন্দ ঃ
জ্ঞাতিক করু বহু মান ॥
গোপিক প্ৰেম— ঃ ভকতি সুনি অধিক
আকুল ভয়ো লক্ষ্মীকান্ত ।
মাতি উদ্ধৱক ঃ পঠায়া গোকুলপুৰি ঃ
কয়লি গোপিনিসব সান্ত ॥৬॥ ]*
বোলো কৰজোৰি ঃ সুনসব লোই ।
মুঢ়ক দোস ধৰবি নাহি কোই ॥
বাতুল বালক ঃ বোলয় বহুবানি ।
তাকৰ দোস ধৰয় কোন প্ৰানি ॥৭॥
মৰসিবা জানি ঃ হামাৰ জত দোষ ।
হৰিগুণ সুনি কয় হৃদয় সন্তোষ ॥৮॥

*ম ধৰ দেৱৰ ভটিমা ঃ

ক্ষেমব দোষঃ সাধুক ওহি ৰাম ।
কহয় গোপাল ডাকি বোলা ৰাম ৰাম ॥৮॥

সুত্ৰ ॥ ভো ভো সভাসদ ঃ জে সকল সুৰাসুৰ বন্দিত পাদপদ্মঁ ঃ সৰল সংসাৰ জাকৰ স্ৰজনা ঃ জাহেৰি নামে মহাপাপিসব সংসাৰ নিস্তৰে ঃ সোহি পৰমেশ্বৰ শ্ৰী শ্ৰীকৃষ্ণ : দৈৱকি গৰ্ভে জনম লভিয়ে ঃ কংসক ভয়ে গোকুলে গৈএ কহো ঃ মনুস্য ভাৱ দৰসিয়ে ঃ বহুবিধ লিলা কৰল। তদনন্তৰে— পুনু মথুৰা-পুৰি প্ৰবেসি ঃ কংসক মাৰি ঃ উগ্ৰসেনক ৰাজা কয়ল ঃ পিতাক মাতাক বন্ধন চোৰল ঃ গুৰু গৃহে সাস্ত্ৰসব পঢ়ি ঃ পুনু মধুপুৰি আৱল ঃ উগ্ৰসেনে কৃষ্ণক যুৱৰাজ কয়ল ঃ মথুৰা নগৰে বৈকুণ্ঠ সম্পদ মিলল ঃ শ্ৰীকৃষ্ণ মথুৰাপুৰে পৰম কৌতুকে ৰহল ॥ তদনন্তৰে কৃষ্ণক বিযোগে গোপিসব ঃ জে দুখ পাৱল ঃ তাহেক ঃ পথিক মুখে সুনিয়ে ঃ উদ্ধৱক পঠাই ঃ সান্ত কৰাওল । সোহি উদ্ধৱ-সম্বাদ নাম নাট ঃ ওঁহি সভা মধ্যে কৰব ঃ তাহেক সাৱধানে দেখহ সুনহ ॥

পুনঃ সুত্ৰ ॥ আকাশে কৰ্ণং দত্বা ॥ আহে সঙ্গি কি বাদ্য বাজৈচে ॥ সঙ্গি বোল ॥ সঙ্গি সখি ঃ দেৱ দুন্দুভি বাজত ॥ আঃ দেৱ দুন্দুভি বাজত ॥ আঃ শ্ৰীকৃষ্ণ মিলল ॥

শ্লোক ॥ প্ৰৱেশমকৰোৎ কৃষ্ণঃ সঙ্গে বীৰোদ্ধৱস্তদা ।
ছত্ৰচামৰসংযুক্তো যোগেশঃ সহ যাদৱৈঃ ॥২॥



সুত্ৰ ॥ ভো ভো সভাসদসব ঃ প্ৰথমে উদ্ধৱ সাত্যকি সুনন্দ নন্দ প্ৰমুখ্যে জাদৱগন সহিতে ঃ জৈছে সভা মধ্যে শ্ৰীকৃষ্ণ প্ৰবেস কয়ল ঃ তাহে দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ॥ ৰাগ সিন্ধুৰা ॥ মান একতালি ॥

আৰে যাদৱৰাজ কয়ো পৰবেস ।
সঙ্গে উদ্ধৱ বিৰ জাদৱ নিসেস ॥

পদ ॥ চত্ৰ চামৰ ধ্বজ জোগান অসেস ।
আনন্দে ৰতন মন্দিৰ পৰবেস ॥
তনু নৱ নিৰদ পৰিত পিতবাস ।
পঙ্কজ নয়ন বয়নে মন্দ হাস ॥
মুকুট কুণ্ডল হাৰ ঝনকে সৰিৰে ।
কহয় গোপাল হৰি পদে ধৰি সিৰে ॥*॥১॥

সুত্ৰ ॥ আহে সামাজিক লোক ঃ ঐচন প্ৰবেস কয়ে ঃ শ্ৰীকৃষ্ণ আসনে বৈঠল ঃ বৃদ্ধ জাদৱসব সভামধ্যে কৃষ্ণক আদৰে ৰহল । ৰত্ন মন্দিৰ মাঝে শ্ৰীকৃষ্ণ জৈছে প্ৰকাস কয়ল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ॥ ৰাগশ্ৰী ॥ জোতি ॥

মথুৰা মধুৰ পুৰি ৰহলি মধাই ।
সকল নগৰি চলি আনন্দ বঢ়াই !

পদ ॥ পুন্ন ঘট প্ৰদিপ প্ৰকাসে হাটিআৰি ।
ধ্বজ দণ্ড পতকা তোৰন সাৰি সাৰি ॥
জয় ৰাম কৃষ্ণ জয় ঘোষে নাৰি নৰে ।
বৈকুণ্ঠ সম্পদ সুখ মিলে ঘৰে ঘৰে ॥
কনক আসন ৰত্ন মন্দিৰৰ মাঝে ।
কোটি মহেন্দ্ৰ জিনি জ্বলে যদুৰাজে ॥
উপৰে প্ৰকাসে চন্দ্ৰ সম স্বেত চত্ৰ ।
ৰত্নময় ভুষন পৰিতে পিত বস্ত্ৰ ॥
প্ৰসন্ন বদন পুৰ্ণ ইন্দু কোটি গঞ্জে ।
অৰুন চৰন ভকতৰ ভয় ভঞ্জে ॥
ৰত্ন দণ্ড চামৰ প্ৰকাসে সাৰি সাৰি ।
কহয় গোপালে গতি মুকুতি মুৰাৰি ॥*॥২॥

সুত্ৰ ॥ আহে সামাজিক লোক ঃ ঐচন প্ৰকাৰে শ্ৰীকৃষ্ণ সভা মধ্যে ৰহল । তদনন্তৰে গোপগোপি সহিতে নন্দ যসোৱা ঃ জৈছে প্ৰবেস কয়ল ঃ তাহেক দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ॥ ৰাগ কানৰা ॥ মান পৰিতাল ॥

আৰে যসোৱা-নন্দ কয়ো পৰবেস ।
সঙ্গে চলল গোপ-গোপিনি নিসেস ॥
পদ ॥ মনোহৰ বসন ভুষন জাতিঃকাৰ ।
কঙ্কন কুণ্ডল মুকুট হেমহাৰ ॥



সুন্দৰ বদন সাৰদ চন্দ্ৰ ৰঞ্জে ॥
উজ্জ্বল নয়ন কমল-ডল গঞ্জে ॥
মনিময় মঞ্জিৰ চৰনে কৰু বোল ।
গতি গোবিন্দ মেৰি গোপালে বোল ॥*॥৩॥

সুত্ৰ ॥ আহে সামাজিক লোক ঃ ঐচন প্ৰকাৰে প্ৰবেস কয়ে ঃ দাসদাসি সহিতে নন্দ-যসোদা এক পাস হুয়া ৰহল ॥ তদনন্তৰে গোপিসব এক পাস হুয়া ৰহল ॥ পুনু শ্ৰীকৃষ্ণক বিযোগে গোপিসব তাপিত হুয়া ঃ জৈছে বিলাপ কয়ল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ॥ ৰাগ মাউৰ ধনশ্ৰী ॥ তাল জৌতি ॥

গোপিনি-প্ৰান কাহে না গেয়োৰে গোবিন্দ ।
হামু পাপিনি পুনু ঃ পেখবোঁ নাহি আৰ ঃ
সো হ বদন অৰবিন্দ ॥
পদ ॥ কমন ভাগ্যঅতি ঃ ভয়োৰে সুপৰভাত ঃ
আজু[৩] ভেটব[৪] মোহ[৫] চান্দা ।
উগত সুৰ ভুৰ ঃ গেয়োৰে গোবিন্দ ঃ
ভয়ো গোপবধু আন্ধা ॥
আজু[৬] মথুৰাপুৰি ঃ মিলব মহোস্বৱ[৭] ঃ
মাধৱ সাধব মান ।

---

৩ আযু ৪। ভেণ্টব ৫। মুখ ৬। আযু ৭। মহোৎসৱ

গোকুলক মঙ্গল ঃ ছুৰ গয়ো, নাহি ঃ
বাজত বেনু নিস্যান৮ ॥
আজু৯ জত নাগেৰি ঃ কৰত নয়ন ভৰি ঃ
মুখ পঙ্কজ মধুপানা ।
হামাৰি বঙ্ক বিধি ঃ হাতে হৰল নিধি ঃ
কৃষ্ণ-কিঙ্কৰ ৰস ভানা ॥*॥৪॥

সুত্ৰ ॥ ঐচন প্ৰকাৰে গোপিসব কৃষ্ণক বিযোগে তাপিত হুয়া ঃ কৃষ্ণ বাক্য সন্দেস সুমৰি ঃ কথং কথমপি প্ৰান ধৰিয়ে ঃ পন্থ নিৰেখি ৰহল। সোহি সময়ে নন্দাদি গোপগন গোকুলে মিলল ঃ কৃষ্ণ নাহি আৱত ঃ তাহেক সুনি মুৰুচি পৰল ঃ পুনঃ সন্ধোক্ষন হুয়া ঃ হেঠ মাথে ৰহল ॥

গিত ॥ ৰাগ কেদাৰ ॥

ৰাম পথে নেহাৰি ঃ ৰঙ্কে ব্ৰজনাৰি ঃ
আনন্দে আকুল মন ।
হন্তে মধুপুৰি ঃ আৱৰ বহুৰি ঃ
পেখবো চান্দ্ৰ বয়ন ॥
মিলল গোপগন ঃ নাসিলা নাৰায়ন ঃ
সুনিল জেখনে কানে ।

৮। বিসান ৯। আয়ু



মুৰুচি পৰল ঃ চেতন হৰল ঃ
মৰল গোপিনি প্ৰানে ॥
সন্ধুকি গোপিগন ঃ তাৱে তনুমন ঃ
সুমৰি কানুক নেহা ।
মলিন বদন ঃ বসন ভুষন ঃ
কৃস পৰিল দেহা ॥
হৰিৰ সোক ছুখ ঃ সাগৰে মজিয়া ঃ
নিমিসে বৰিস জাই ।
মাধৱৰ পদ ঃ বেনু সিৰে পৰসি ঃ
দিন গোপালে গাই ॥*॥৫॥

সুত্ৰ ॥ কৃষ্ণক সোকে ছুখ-সাগৰে মজ্জল ঃ এক দিবস বৰিস সম জাৱত ঃ বসন ভুষন বিলাস সব চাৰল ঃ গোপিসব নিসি নিন্দ্ৰা নাহি কৰয় ঃ দিবসে দিস সব প্ৰসন্ন নাহি ঃ ওঁহি ছুখে গোপিসব ঃ জৈছে বিলাপ কয়ল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ॥ ৰাগ শ্ৰী ॥

গোকুল আজু ঃ গোপাল বিনে ঃ ভয়ো আন্ধিআৰি ।
উগত সুৰ ছুৰ গয়োৰে মুৰাৰি ॥
পদ ॥ হামাৰি জিৱন ধন১০ গয়োৰে গোবিন্দ ।
নয়নে নেদেখোঁ আৰ পদ অৰবিন্দ ॥

১০। ছুৰ

ৰবি বিনে দিন নোহে১১ জল বিনে মীন ।
হৰি বিনে গোপিৰ জিৱন ভেল ক্ষীন ॥
ধৰনি লুটিয়া গোপি ফোকাৰে সঘনে ।
কহয় মাধৱ গতি নন্দৰ নন্দনে ॥*॥৬॥

সুত্ৰ ॥ আহে সামাজিক লোক ঃ ঐছন প্ৰকাৰে গোপিসৱ পৰম তাপিত হুয়া ৰহল ॥ তদনন্তৰে ঃ শ্ৰীকৃষ্ণক সভামধ্যে দুত পঠাই পথিক মতাৱল ॥

দুত বোল ॥ আহে পথিক ঃ তোহোঁ শ্ৰীকৃষ্ণক সমিপে চলহ ॥

গিত ॥ ৰাগ কানৰা ॥ মান পৰিতাল ॥

আৱত পথিক ৰাজ সমাজে ।
মিলল ৰঙ্গ হৃদয়ৰ মাঝে ॥
পদ ॥ গাৱে বঘাম্বৰ ভিক্ষুক কাছ ।
প্ৰবেসি সভা লগাৱল নাছ ॥
পাৰব বিভু দুৰ হুইব দুখ ।
পেখব কৃষ্ণ কমলমুখ ॥*॥৭॥

সুত্ৰ ॥ ঐছন প্ৰকাৰে ভিক্ষুক শ্ৰীকৃষ্ণক আগু পৰি পৰনামি কৰ জোড়ি ৰহল ঃ পেখি শ্ৰীকৃষ্ণ পুচয়ে লাগল ॥

শ্ৰীকৃষ্ণ বোল ॥ আহে পথিক ঃ আ ঃ হামাৰ পিতামাতা ঃ নন্দ যসোদাৰ কুসল বাত কহ ঃ গোপি-সব হামাৰ প্ৰিয়তম ঃ তাৰাসবৰ কুসল কহ ॥

---

১১। ৰোহে ঃ



সুত্ৰ ॥ ওঁহ বুলি শ্ৰীকৃষ্ণ মৌনে ৰহল ।

পথিক বোল ॥ আহে শ্ৰীকৃষ্ণ ঃ তোহোঁ দেৱকো দেৱতা ঃ পৰম ইশ্বৰ ঃ আপুন সৰ্ব্বজান ঃ গোকুলবাসিক দুখ কি কহব ঃ হে নাথ ঃ তোহাক বিযোগে দিৱসে যুগ সত জাই ঃ সৱিৰসব কৃষ ভেল ঃ অন্ন ভোজন চাৱল ঃ পৰম প্ৰেমে বিহবল১২ হুয়া বৃন্দাবনে বিচাৰ কয়ে ভ্ৰময় ঃ নন্দ যসোদাক দুখ কি কহব ঃ বৰ্জনি দিৱসে নয়নে লোতক ছেদ নাহি ঃ ৰজনি প্ৰভাতে গোপিৰ গৃহে গৃহে বিচাৰি বেঢ়াৱয় ঃ—

আহে গোপিসব ঃ হামাৰি প্ৰানপুত্ৰ কৃষ্ণ কতিহোঁ গেল ঃ ওহি বুলি মুৰুচি পৰয় ॥

সুত্ৰ ॥ ওঁহি বুলি পথিক মৌনে ৰহল ॥ শ্ৰীকৃষ্ণে উদ্ধৱক হাতে পথিকক বহুত বিত্ত দিয়াৱল ॥ তদনন্তৰে শ্ৰীকৃষ্ণ নন্দ-যসোদাৰ পৰম প্ৰেম ঃ গোপিসবৰ বিৰহ-দুখ সুনএ ঃ পৰম বিকল হুয়া ঃ হৃদয়ে ধৰয়ে নাহি পাৰল ঃ কমল নয়ন ভৰি লোতক ঝুৰয়ে লাগল ঃ সভা মধ্যে ৰহয়ে নাহি পাৰল ঃ অন্তেষপুৰ প্ৰবেসি ঃ উদ্ধৱক হাতে ধৰি কহোঁ ঃ বোলয়ে লাগল ॥

কথা ॥ কৃষ্ণ বোল ॥ হে উদ্ধৱ ঃ তোহোঁ হামাৰ পৰম প্ৰিয়তম ঃ তোহোঁ পৰম পণ্ডিত ঃ হামাৰি

---

১২। বিকল

ৰহস্য কাৰ্য্য সাধহ ঃ তোহোঁ সত্বৰে গোকুলে চলহ ঃ হামাৰ পোষ্টা পিতামাতা ঃ নন্দ যসোদাক প্ৰবোধ কৰহ ঃ গোপিসবক সান্ত কৰ গিয়া ঃ হামাৰ বিৰহে ঃ গোপিসব জে দুখ পাৱয় ঃ তাহে সুনহ ॥

গিত ॥ ৰাগ কৌ ॥

ধ্ৰুং ॥ চলৰে চল ১৩ বন্ধু উদ্ধৱ হে ঃ সুমৰি ১৪ গোকুল মন দহে।
গোপি আকুল হামু বিৰহে ॥

পদ ॥ সুমৰি সুমৰি মন ঃ ঝুৰয় ঘনে ঘন ঃ
ধৰিতে নপাৰোঁ হীৱ ১৫॥
হামাতে নিতে নিত ঃ সুম্পি প্ৰান চিত ১৬
সয়ল গোপিনি ধৰে জিৱ ১৭॥
পুত্ৰ পৰিয়াৰ ঃ চাড়ল নিৰন্তৰ ঃ
হামাতে কয় পাতিআসা ।
মাধৱদাস দীন ঃ কহয় ভকতি হিন ঃ
হঞ্ঁ হৰিদাসক দাসা ॥ ❋ ॥৮॥

সুত্ৰ ॥ আহে সামাজিক লোক ঃ ওঁহি বুলি শ্ৰীকৃষ্ণ ঃ প্ৰেমপত্ৰ লেখি উদ্ধৱক হাতে দেলহ ঃ আপুনাৰ বসন ভূষন সাৰুপ্য ১৮ নিঝোজন কয়ল । সোহি সময়ে গোপিৰ প্ৰেম ভকতি সুমৰি বিহ্বল হুয়া ঃ শ্ৰীকৃষ্ণ

১৩। "সুনৰে সুন" ঃ ১৪। মেৰি সুমৰি ঃ ১৫। হিয়ে ৰে ঃ ১৬। চিত্ত ঃ ১৭। জীৱ ৰে ঃ ১৮। সাৰূপ্য ? ঃ



উদ্ধৱক হাতে ধৰি জে বোলল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ॥ ৰাগ ভুপালি ॥ মান-একতালি ॥

ধ্ৰুং ॥ বিৰহে আকুল গোপি হামাকু নিমিত্ত ।
ঝুৰে নয়নক নিৰ থিৰ নোহে চীত্ত ॥

পদ ॥ মাধৱ কহ ১৯ উদ্ধৱক ধৰি হাত ।
কহ মোহে গোপিনিক সন্দেস বাত ॥
জানয়ে নাহি গোপি মোহি বিনে আন ।
দেহু বোধ উদ্ধৱ গোপিক ৰহু প্ৰান ॥

তাল চুটা ॥

ধ্ৰুং ॥ নাহি সুহৃদ মোহে গোপিনি সমান ।
তাঁহেৰ দুখ সুনি চুটে মেৰি প্ৰাণ ॥

পদ ॥ এ উদ্ধৱ ঃ চল গোকুলকু২০ লাই ।
সুমৰিতে মোহে গোপিনিক জীৱ জাই ॥
হামাকু সপত সান্ত কৰু ব্ৰজনাৰি ।
বোলিতে কমল নয়নে ঝুৰে বাৰি ॥

থৰমান ॥

ধ্ৰুং ॥ নাৰে নয়নে নিন্দ নাহি অন্নপান ।
হা হৰি বুলিতে তেজই জৈছে প্ৰাণ ॥

১৯। কহই ঃ ২০। গোকুল ঃ

পদ ॥ মোহে চৰণ মনে ধৰি ঝুৰে নিৰ ।
তাঁহেৰ দুখ সুনি চীত্ত নোহে থিৰ ॥
এ উদ্ধৱ বন্ধু ঃ সুন গোপিনিক দুখ ।
তনুমন ঝামৰ মলিন ভেলি মুখ ॥
কহবি বিনয় বানি গোপিনিক আগে ।
কয়লহ বন্ধু মোহে প্রেম অনুৰাগে ॥
নাহি চাড়হোঁ সখি তাঁহেৰ সন্নিত ।
তাপ তেজহু অব থিৰ কৰু চিত২১ ॥৯॥

সুত্র ॥ আহে সামাজিক লোক ঃ দেখু দেখু ঃ ঐছন প্রকাৰে ঃ উদ্ধৱ কৃষ্ণক আদেশ সুনিয়ে তত্তকালে উঠি কহো ঃ কৰজোৰি প্রদক্ষিনে প্রনিপাতে নমস্কাৰ কয়ল ঃ হাতে পদধুলি তুলি মাথে মাখল । পুনঃ নমস্কাৰ কয়ে ঃ কৃষ্ণৰ চৰন হৃদয়ে ধৰি ঃ ৰথে চৰ ঃ জৈছে গোকুলে চলল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ॥ ৰাগ কামোদ ॥ তাল চুটা ॥

উদ্ধৱ চলিলা ৰথে ঃ ধৰিলা ব্রজেৰ পথ ঃ
হৰি স্মৰি হৰিসে মনত ।
নজানিলা মহামানি ঃ ঘোৰাসে লৈজান্ত টানি
গোপপুৰে প্রবেসি ৰথত ॥

২১। চিত্ত, চীত ঃ



পদ ॥ সুনিলা বংসিৰ ধ্বনি ঃ তম্বুল সবদ চনি ঃ
এৰে নেৰে২২ মথে দধি ঘোল ।
গোকুল নগৰি চনি ঃ সুনি ৰামকৃষ্ণ ধ্বনি ঃ
দীন গোপাল মুঢ়ে বোল ॥৯॥১০॥

সুত্র ॥ আহে সামাজিক লোক ঃ ঐছন প্রকাৰে উদ্ধৱ ঃ গোকুলে প্রবেস কয়ে কহোঁ ঃ ৰাজপথে চলিতে বহুবিধ মহোৎসৱ দেখল ঃ ধেনুবৃষবৎসসব পেখল ঃ গোপগোপিসব বস্ত্রঅলঙ্কাৰে অলঙ্কৃত হয়ে কহো ঃ প্রেমভাৱে হৰিগুন গীত গাইতে আছে ঃ ঘৰে ঘৰে অসংখ্য প্রদিপ-অগৰু-ধূপবাসে২৩ নগৰ সুবাসিত কৰিতে২৪ আছে ঃ অসংখ্যাত গৰুৰ ধুলিএ পন্থাবৃত হয়া আছে । সোহি সময়ে উদ্ধৱ ঃ নন্দৰ ঘৰে প্রবেস ভেল ঃ নন্দে উদ্ধৱক পৰম সাদৰে আলিঙ্গি ধৰিএ ঃ গৃহে আনি কহোঁ বিষ্টুবুধি কয়ে ঃ বহুবিধ পুজা কয়ল ঃ ষড়ৰসে পঞ্চামৃতে ভোজন কৰাৱল ঃ সয়নক লাগি সুবর্ণ খাট দেলহ ঃ উদ্ধৱৰ শ্রম দুৰ ভেল ঃ দেখি নন্দে পৰম সাদৰে ৰামকৃষ্ণৰ বাত পুছয়ে লাগল ॥ তাহে সুনহ ॥

গিত ॥ ৰাগ সুহাই ॥

পুছয় নন্দে আনন্দে আতি ।
প্রবেসিয়া মধুপুৰ ঃ মাৰি বৈৰি কংসাসুৰ ঃ
সুখে কি আছন্ত পালি জ্ঞাতি ॥

২২। দুহেগৰু ? ২৩। বুপাক্ষে ঃ ২৪। কৰে ঃ

পদ ॥ একুঞ্জ নিকুঞ্জ বনঃ গিৰিবৰ গোবৰ্দ্ধন ঃ
কালিন্দ্রি পুলিন গোপগৰু ।
মোহোৰ পালন ধনঃ বুলি প্ৰভু নাৰায়ন ঃ
স্মৰা কি ভকত-কল্পতৰু ॥
সুন হে উদ্ধৱ প্ৰানঃ আৰ কি আমাৰ থান
বাৰেক মিলব প্ৰানহৰি ।
দেখি ছুৰ হৈব ছুখঃ সুন্দৰ কমল মুখঃ
আনন্দে দেখিবোঁ নেত্ৰ ভৰি ॥*॥১১॥

সুত্ৰ ॥ পুনঃ নন্দে উদ্ধৱক সম্বোধি বোলয়ে লাগল ॥

নন্দ বোল ॥ হে উদ্ধৱঃ শ্ৰীকৃষ্ণ জেন প্ৰানবন্ধুঃ তাহে সুনহঃ মখ-ভঙ্গ খঙ্গে ইন্দ্ৰে বাত বৃষ্টি কয়লঃ তাহেত হামাক ৰাখলঃ বন-বহ্নিত ৰক্ষা কয়লঃঅঘ বক ধেনুক পুতনাঃ আনো বহু বিধ ভয় হন্তে ৰক্ষা কৰৈছে ॥

সুত্ৰ ॥ ওঁহি বুলি নন্দে গদগদ বাক্যেঃ প্ৰেমেঃ কণ্ঠ নিৰোধ কয়েঃ মৌনে ৰহল ॥ তদনন্তৰে যসোৱা কৃষ্ণৰ চৰিত্ৰ সুনিয়েঃ পৰম আকুল হুয়াঃ বিলাপ কৰিতে লাগল ॥

তা সুনহ ॥

গিত ॥ ৰাগ শ্ৰী ॥

যসোৱা সুমৰি হৰিৰ গুনঃ আকুলিত মনে।
পুলকিত তনু নিৰ ঝুৰয় নয়নে ॥



পদ ॥ হৰি হৰি প্ৰান পুত্ৰ গৈলা পৰিহৰি ।
আসাতেসে আছো কথমপি প্ৰান ধৰি ॥
মোৰ জিৱ ধন পুত্ৰ নাহিকে এক্ষনে ।
কহয় গোপাল গতি মাধৱ চৰণে ॥*॥১২॥

সুত্ৰ ॥ পুনঃ যসোৱা উদ্ধৱৰ আগেঃ কৃষ্ণ-গুন সুমৰি বিলাপ কৰিতে লাগল ॥

যসোৱা বোল ॥ হে উদ্ধৱঃ গৃহ আঙ্গিনা কৃষ্ণ বিনে সুন্য ভেলঃ একো গৃহ-কৃত্য কৰিতে নাহি পাৰোঁঃ ওঁহি ব্ৰজপুৰ বৃন্দাবন চন্ন ভেলঃ হাহা উদ্ধৱঃ কি কহবোঃ হামাক কোন অপৰাধে তেজলঃ সে সুনাস। মুখঃ বাহু ৰক্ষস্থলঃ আৰৰ নাহি পেখব ॥

সুত্ৰ ॥ পুনঃ যসোমতি উদ্ধৱক আগে বাত পুচয়ে লাগল ॥

গিত ॥ ৰাগ গৌৰি ॥

পুচত ঘনেঃ চান্দ বয়ন
সুমৰি যসোদা মাই ।
উদ্ধৱ কহঃ হামাৰি বিৰহ
তাপে তনু মিলাই ॥
পদ ॥ হামু অভাগিঃ নাহি পেখবোঃ
সোহি প্ৰান মধাই ॥
পৰান নৱহেঃ কানু বিৰহে
গিৰি বৃন্দাবন চাই ॥

কুটিল অলক ঃ তিলক নাসিকা
অরুন অধৰ সোহে ।
সুবলিত ভুজ ঃ বাহু বক্ষস্থল
সুমৰিতে মন মোহে ॥*॥ ৩॥

সূত্র ॥ ঐচন প্রকাৰে নন্দ যসোদা ঃ কৃষ্ণগুন [বর্ণাইতে] ২৫ পৰম প্রেম বাক্য গদগদে মৌন ৰহল । তদনন্তৰে উদ্ধৱ জৈছে পৰম সাদৰে প্রবোধ কয়ল ঃ তাহেক দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

উদ্ধৱ বোল ॥ হে নন্দ ঃ হে যসোদা ঃ তোৰাসব জগতৰ পুজ্য ভেলা ঃ শ্রীকৃষ্ণত তোহাৰ পৰম প্রেম ভকতি ভেল দেখিআ পৰম সন্তোষ ভেলোঁ ঃ ওঁহি কৃষ্ণত পুত্র-বুধি দুৰ ঃ কৰহ ঃ ওঁহি কৃষ্ণ জৈছে পৰম দেৱতা ঃ তাহে সুনহ ॥ জগতৰ পৰম কাৰন ঃ তাহেৰ নাম স্মৰন মাত্রে ঃ পতিত পাতকিসব নিস্তাৰ হয় ঃ ওঁহি কৃষ্ণক অন্ত-কালে জোহি স্মৰে ঃ সোহি কৃষ্ণক ৰূপ পাৱয় ঃ তত্তকালে বিমানে বৈকুণ্ঠে চলয় ॥ আহে যসোদা ঃ তোহাৰ মনে পৰয়ে নাহি ঃ মৃত্তিকা-ভোজন সময়ে ঃ ওঁহি কৃষ্ণৰ উদৰে ঃ চৌদ্ধয় ভুবন পেক্ষল ঃ লৱনু খাইবাৰ পদে ঃ তোহোঁ উৰলে বান্ধিতে লাগল ঃ গৃহৰ জত জৰী বান্ধিতে নাহি পাৰয় ঃ ইহাক মনে পৰয়ে নাহি ॥ আহে নন্দ ঃ তোহোঁ কৈছে বিছুৰল ঃ

২৫। মূলত বর্ণিতে



যে সময়ে মথুৰা প্রবেসি ৰজকৰ মাথা চৰৱে চিণ্ডল ঃ বেস্যকাৰক স্বাৰূপ্য দেলহ ঃ কুব্জিক ঋজু কয়ল ঃ তিনি তাল মান ধনু ভাঙ্গল ঃ কুবলয় চানুৰ কংস নিপাতল ঃ ইহাক জানি কৃষ্ণত পুত্র-বুধি চাৰহ ॥

সূত্র ॥ আহে সামাজিক লোক ঃ ওঁহি বুলি উদ্ধৱ মৌনে ৰহল ঃ নন্দ-যসোদাৰ পৰম প্রেম-ভকতি দেখি ঃ উদ্ধৱ বিস্ময় ভেল ঃ সুবর্ন খাটত সয়ন কয়ল । সোহি সময়ে ৰজনি প্রভাত জানি ঃ গোপিসব সয্যা হন্তে উঠি ঃ চতাল গৃহক সাজি ঃ প্রদিপসব লগাই ঃ অনুৰাগে কৃষ্ণ-গুন গাই ঃ দধি মথিতে লাগল জৈছে ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ॥ ৰাগ বসন্ত ॥

মাই সবে ঃ মথনি মথে ঃ
ৰাম হৰি পদে কৰা ৰতি ।
আতি অনুৰাগে ঃ মাধৱৰ পাৱে ঃ
নচাৱয় প্রেম ভকতি ॥

পদ ॥ প্রদিপৰ কান্তি ঃ তনু জ্বলে আতি
ৰত্নময় অলঙ্কাৰ ।
মকৰ কুণ্ডল ঃ কৰে জল মল ঃ
গলে সাতেসৰি হাৰ ॥

কত ধ্যান ধৰি ঃ পৰম সাদৰি ঃ
চৰনে চাপিয়া কোল ।
প্ৰেমে হুয়া ভোল ঃ নাই মাত বোল ঃ
দীন গোপালে বোল ॥॥১৪॥

সুত্ৰ ॥ আহে সামাজিক লোক ঃ গোপিসব গৃহ হন্তে বাজ ভেল ঃ ৰাজপথ ওলাই নন্দৰ ঘৰে সুবৰ্ন ৰথ দেখল ঃ অন্যোঅন্যে জে বোলল ঃ তা দেখহ সুনহ ঃ হৰি বোল হৰি ॥

গোপি বোল ॥ হে সখিসব ঃ নন্দ মন্দিৰে কৃষ্ণ আৱল ॥

সুত্ৰ ॥ তাহে সুনি আৰ এক গোপি বোলয়ে লাগল ॥

গোপি বোল ॥ আহে সখি ঃ কৃষ্ণ নাহি আৱত ঃ ওঁহি জে হামু জানলো হামাৰ প্ৰানকৃষ্ণ মধুপুৰি লৈয়া গেল ঃ সোহি কংসদুত অক্ৰুৰ ঃ আপুনি স্বামি কংসক মৰাৱল ঃ তাহেৰ পিণ্ড দিতে হামাৰ ঃ মাংস কাটি নিতে আৱল ঃ ওঁহ পৰম ক্ৰুৰ ॥

সুত্ৰ ॥ ওঁহি বুলি গোপিসব অক্ৰুৰক ডাকি ঃ গাৰি দিতেছে। সোহি সময়ে নিত্য সমপিয়া জমুনা তিৰ হন্তে আসিতে উদ্ধৱক পেখল ঃ হঠাতে কৃষ্ণ মানি ঃ সলজিত ভেল ঃ জৈছে অন্যোঅন্যে বোলয়ে লাগল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥



গিত ॥ ৰাগ গৌৰি ॥

পেখি উদ্ধৱ ঃ কৃষ্ণ অনুমানি ঃ
সলজিত গোপবালা ।
দেখ সখিগন ঃ ইটো কোন জন ঃ
গলে নৱ পদ্মমালা ॥

পদ ॥ তনু নৱ ঘন ঃ ৰতন ভুষন ঃ
কৃষ্ণৰ সমান জলে ।
হসিত বয়ন ঃ কমল নয়ন ঃ
দিব্য বনমালা গলে ॥
পাছে চাপি কায ঃ জানি হৰিদাস ঃ
হুয়া অৱনত আতি ॥
মাতি বিৰলত ঃ গোপিগন জত ঃ
বসিলা সমাজ পাতি ॥॥১৫॥

সুত্ৰ ॥ আহে সামাজিক লোক ঃ গোপিসব বিৰল থানে সভা পাতি ঃ উদ্ধৱত কৃষ্ণৰ বাত পুচয়ে লাগল ॥

পুন ঃ গোপি বোল ॥ হে উদ্ধৱ ঃ তোহোঁ কৃষ্ণৰ মুখ্য সেৱক ঃ হামো জানলোঁ ঃ তোহাক পিতাক মাতাক পাশে পঠাৱল ঃ বন্ধুবান্ধৱক স্নেহ ঃ মুনিসনৱো ছুস্তেজ । জৈছে পুষ্পক চুম্পি ভ্ৰমৰে তেজয় ঃ ভুঞ্জি খাই অথিতি গৃহ চাৱয় ঃ নাৰিৰ মনে তৃপিতি নাহি হইতে উপপতি তেজয় ঃ তদ্বৎ হামাকু তেজল ॥

সুত্র ॥ ওঁহি বুলি গোপিসব উদ্ধৱৰ আগে জে বোলল ঃ তা
দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ॥ ৰাগ কৈল্যান ॥

ধ্রুং ॥ উদ্ধৱ ২৬ বন্ধু ঃ মধুপুৰি ৰহল মুৰাৰু।
কাহে নাহেৰি ঃ ৰহয় অব জীৱন ঃ
বন ভয়ো ভৱন হামাৰু ॥
পদ ॥ জাহে বিয়োগে ঃ আগি অঙ্গ তাৱয়ে ঃ
তীল একু ৰহয়ে নপাৰি ।
সোহি ব্রজসূৰ ঃ দুৰ গয়ো গোবিন্দ ঃ
দিস দস দিৱসে আন্ধাৰি ॥
হয়ো মৰন ২৭ ওঁহি ঃ সোহি হৰি-চৰণকু ঃ
বিচুৰি ৰহয়ে নপাই ॥
দেখত কালিন্দি ঃ গিৰি বিৰিন্দাবন ঃ
তনুমন দহৱে সদাই ॥
ব্রজজন জীৱন ঃ বহুৰি নাহি আৱত ঃ
হামাকু কৰত অনাথা ।
গোপিনিক প্রেম ঃ পৰসি নিৰ ঝুৰয়ে ঃ
শঙ্কৰ কহ গুন গাথা ॥*॥১৬॥
সুত্র ॥ আহে সামাজিক লোক ঃ গোপিসব প্রেমে মত্ত হুয়া ঃ
কান্দি কান্দি পুচয় ॥

২৬। এউদ্ধৱ ঃ ২৭। সৰন ঃ



গোপি বোল ॥ হে উদ্ধৱ ঃ প্রানবন্ধু কৃষ্ণক
আৱৰ পেখবো ঃ ব্রজসুৰ প্রানকৃষ্ণ পুনু কি মিলব ঃ
হামো কথমপি প্রান ধৰইছি ॥
সুত্র ॥ ওঁহ বুলি গোপিসব কৃষ্ণ-গুন বর্নাইতে ঃ প্রেমে মত্ত
হুয়া ঃ পতিপুত্র গৃহ ঃ সৰিৰকো বিচুৰল ঃ কৃষ্ণৰ
সঙ্গমক মনে ধ্যান কৰিতে ২৮ আছে । সোহি
সময়ে ভমৰক পেখল ঃ ওঁহি কৃষ্ণ-দুত মানি ঃ ভ্রমৰত
লগাই ঃ উদ্ধৱক জে বোলল ঃ তা দেখহ সুনহ ঃ
নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত । ৰাগ শ্রীগান্ধাৰ ॥ তাল জোতি ॥

আহে সুন মধুকৰ হে ঃ বুজলোহোঁ তোহোঁৰ অভিপ্রায়
হামাৰি পাসক দুত ঃ কৰি তোক সতপদ ৰে ঃ
জানলো পঠাল মধাই ॥
পদ ॥ তোহাৰি কানুৰ সঙ্গে ঃ পিৰিতি নকৰে হামো ২৯ৰে
কপটি জাহেৰ সম নাই ।
তঞিঁ জেন মধুকৰ ঃ পৰম দাৰুন চিত্ত ৰে ঃ
পুষ্প চুম্পি নোসোধ দুনাই ॥
সতিনিৰ কুচৰ ঃ কুঙ্কুম চোৰ তোৰ হে
পৰসিবি নাই মেৰি পায়ী।
গোপিনিক প্রেম ঃ ভকতি বৰ আকুল ৰে
দীন গোপালে গুন গাই ॥*॥১৭॥

২৮। কৰিতেছে ঃ ২৯। হামাৰে ঃ

সুত্র আহে সামাজিক লোকঃ দেখু দেখুঃ গোপিসব পুনঃ ভ্রমৰক সম্বুধি বোলয়ে লাগল ॥

গোপিসব বোল ॥ আহে ভ্রমৰ ঃ তোহোঁ জাহে ৰতঃ হামো জানোঁঃ তোহাৰ কৃষ্ণৰ কথা কহবি নাহিঃ হামো সুনব৩১ নাহিঃ সোহি কৃষ্ণৰ কথা পৰম দারুনঃ ইহাক জে কর্ন্নপাতি সুনয়ঃ ধর্ম্ম অর্থ কাম [ মোক্ষ ] বন্ধু-বান্ধৱৰ সঙ্গ বিয়োগ কৰায়েঃ ঐছন কৃষ্ণৰ কথা কহবি নাহি ॥

সুত্র ॥ আহে সামাজিক লোকঃ ওঁহি বুলি গোপিসবঃ ভ্রমৰক এড়ি উদ্ধৱক পুচয়ে লাগল্ঃ তা দেখহ ॥

গিত ॥ ৰাগ তুড় বসন্ত ॥ জৌতি ॥

ধ্রুং ॥ কহৰে উদ্ধৱ কহঃ প্রানেৰ বান্ধৱ-হেঃ
প্রান কৃষ্ণ কবে আৱে ।
কহয় গোপিপ্রেমঃ আকুল ভাৱেঃ
নাহি চেতন গাৱে ॥

পদ ॥ বাছুৰি ধ্বনি সুনি গোবৎস পেখি ।
লাগে আগি গাৱে উদ্ধৱ সখি ॥
কালিন্দি দেখি সোকে৩২ ফুটয় বুক ।
এথাৱে খেলাইচিল৩৩ সে চান্দ-মুখ ॥
হৰিল নয়ন-সুখ ॥

৩১ । সুনয়েঃ ৩২ । সখিঃ ৩৩ । খেলাইচিলোঃ



বিৰিন্দাবন বৈৰি হামাৰ ভেলি ।
পেখিতে নাৰিছুবোঁ গোপাল-কেলি ॥
ধ্বজ বজ্র জৱ পঙ্কজ চাই ।
তথায়ে কান্দো হামু লোটায়া কাই ঃ
গুণ গোবিন্দ গাই ॥
কৃষ্ণ-সূর্য্য বিনে ব্রজ আন্ধাৰ৩৪ ।
নেদেখোঁ এচুখ অৱধি পাৰ ॥
আৰ কি পেখবোঁ গোপাল প্রান ।
কৃষ্ণ কিঙ্কৰ শঙ্কৰ ভান ঃ
হৰিক হৃদয়ে জান ॥*॥১৮॥

সুত্র ॥ আহে সামাজিক লোকঃ পুনঃ জে গোপি বোলয়ে লাগলঃ তাহে সুনহ ॥

গোপি বোল ॥ হে উদ্ধৱঃ ওঁহি কৃষ্ণৰ কথা পৰম দারুনঃ ৰাম অৱতাৰে সুর্পনখি কামভাৱে ভজিতে আৱলঃ তাহেৰ আসা ছেদ কয়লঃ বামন অৱতাৰে বলিৰ ত্রৈলোক্য দান লৈয়া পাতালে পঠাৱল ঃ ওঁহি কৃষ্ণ পৰম ক্রুৰঃ ইহাক নজানি হামু তাহেৰ সঙ্গে প্রেম বঢ়াৱলোঁঃ জৈছে কৃষ্ণসাৰ হৰিনৰ জৱিসবঃ ব্যাধৰ গীত সুনিএঃ মুহিত হয়ে সমিপে আৱেঃ তাহেৰ সৰ-ঘাৱে পীড়া পাৱয়ঃ হামুসব ওহি কৃষ্ণৰ নখ-ঘাৱেঃ বহু দুখ পাৱলোঃ পতি-পুত্র বিষয তেজলঃ তভো হামাক চাৰি মধুপুৰি গেলঃ সোহি কৃষ্ণৰ কথা হামো সুনয়ে নাহি ॥

৩৪ । অন্ধকাৰঃ

গি* ৩৬। ৰাগ *হিৰ ॥ তাল জতি৩৭ ॥

ধ্রুং ॥ গোবিন্দ-গুণ মন লাগি।
সুমৰিতে তনু জলে আগি ॥
পদ ॥ মধুপুৰি মাধৱ পীউ।
কৈছে ধৰবোঁ অব জীউ ॥
নিসিসব বঞ্চল ৩৮ জাগি।
ভেলি মাধৱ বধ-ভাগি ॥

মান-একতালি ৩৯ ॥

ধ্রুং ॥ কৈছে কেসৱ পুনু পাই।
দুখ বিমোচন ঃ ৰাজিৱ লোচন ঃ
চৰন নাহেৰি জীৱ জাই ॥
পদ ॥ উদ্ধৱ বন্ধু ঃ মধুপুৰি প্ৰান হামাৰি ঃ
জীৱন হামাৰি।
জহুপুৰি ৪০ পাৱল ঃ পুনু নাৱল ঃ
কত সহবি বিৰহ কুমাৰি ॥
কহ মোহে কানুক বাতে।
নন্দনন্দন পুনু ঃ আৱব গোপপুৰি ঃ
পৰসি জীয়াৱব হাতে ॥

৩৬। এই গীত (১৯ নগাওঁৰ পুথিত নাই ঃ অঙ্কীয়া গীতৰ পুথিত আছে ঃ
৩৭। একতালি ঃ ৩৮। বঞ্চোহোঁ ঃ ৩৯। জতি ঃ ৪০। মধুপুৰি ঃ



তাল চুটা ৪১ ॥

ধ্রুং ॥ কহ মোহে উদ্ধৱ জীউ।
কৈছে ছাড়ল গোষ্ঠ কৃষ্ণ প্ৰান-পীউ ॥
পদ ॥ পতিসুত সুহৃদ সবহু অভিলাস।
ছোড়ি কয়লোঁ কৃষ্ণ-চৰনকু আস ॥
তবহোঁ ৰহল মোৰি বন্ধু মধুপুৰি।
নিকাৰুন কানু নাৱে অবহু বহুৰি ॥
ব্ৰজকু জীৱন ধন নন্দকুমাৰ।
বিচুৰল পুৰবক সুনেহ হামাৰ ॥
কৈছে ধৰব অব ব্ৰজবধূ প্ৰান।
কৃষ্ণ কিঙ্কৰ বস শঙ্কৰ ভান ॥*॥:৯॥

সূত্ৰ ॥ আহে সামাজিক ঃ দেখু দেখু ঃ পুনঃ গোপিসব প্ৰেমে বিকল
হুয়া ঃ জৈছে উদ্ধৱত পুছযে লকল ঃ তাহে দেখহ ॥

গিত ॥ ৰাগ সুহাই ॥

প্ৰান মেৰে বিচুৰি ঃ জীৱ মেৰে তেজিয়া ঃ
নজাই কাহে লাগি।
উদ্ধৱ ঃ বিনে হৰি জিবো অভাগি ॥
পদ ॥ দহয় বিৰহানলে প্ৰানে।
উদ্ধৱ ঃ জুৰাইব অধৰ মধুদানে ॥
পদযুগ কুচ মুহ থাপি।
আৱৰ কি ধৰবো বুকে চাপি ॥

৪১। চোক ঃ

কণ্ঠে আলিঙ্গিয়া বাহু মেলি ।
কৰবো আৱৰ ৰাস-কেলি ॥
কহয় গোপাল মতিহিনা ।
গোপি প্ৰান ৰহে নাহি নন্দসুত বিনা ॥*॥২০॥

সূত্ৰ ॥ আহে সামাজিক লোক ঃ গোপিসবৰ পৰম প্ৰেম ভকতি দেখি ঃ উদ্ধৱে কৃষ্ণ-বাক্য-সন্দেসে ঃ জৈচে সান্ত কৰাৱল ঃ [ তা দেখহ ] ॥

কথা ॥ উদ্ধৱ বোল ॥ আহে গোপিসব ঃ তোহোঁ পৰম ভাগ্যৱতি ঃ লোকৰ পুজিত ভেলি ঃ ইশ্বৰ কৃষ্ণৰ চৰনে ঃ জি হেতু ত্ৰকান্ত চিত নিবেষল ঃ তোৱাসবক কৃষ্ণে ঃ জে বুলি পঠাৱল ঃ তা সুনহ ॥

—তোহোঁ বিৰহ-তাপ চাৰহ ঃ হামো জগতক নাথ ঃ তোহ্মাৰ হামাৰ কতিহোঁ বিযোগ নাহি ঃ জৈছে জল ৰায়ু আকাস জগত-ব্যাপক ঃ হামো সোহি মত । ওঁহি জগত আপুনি স্ৰজোঁ ঃ আপুনি পালোঁ ঃ আপুনি সংহৰোঁ ঃ দোষ গুনে পাৰৰে নাহি ঃ হামো পৰম নিৰ্ম্মল ঃ ইহা জানি তাপ চাৰহ ॥

সূত্ৰ ॥ আহে সামাজিক লোক ঃ ওহি সুনি পুনঃ গোপি জে বোলল ঃ [ তা সুনহ ] ॥

গোপি বোল ॥ হে উদ্ধৱ ঃ ওঁহি জব সত্য হয় ঃ হামাক কৈছে চাৰল ॥

পুনঃ উদ্ধৱ বোল ॥ আহে গোপিসৱ ঃ শ্ৰীকৃষ্ণৰ বাত সুনহ ॥



হে গোপিসব ঃ সততে দৰসনে ঃ প্ৰেম উপজয় ঃ ওহি নিমিতে বিছুৰ ভেলো ঃ দেখিতে নপাই মোক ঃ তোৱাসবৰ মনে সততে সুমৰোক ঃ ইহা জানি হামাক অসুৱা কৰবি নাহি ॥

সূত্ৰ ॥ আহে সমাজিক লোক ঃ ওঁহি সুনি গোপিসব ঃ কিঞ্চিত কটাক্ষে বোলয়ে লাগল ॥

গোপিসব বোল ॥ হে উদ্ধৱ ঃ হামো কিছো গুনোঁ ॥ হামাক জ্ঞান কহি পঠাৱল ঃ ইহাক হামো সুনয়ে নাহি ঃ তোহাৰ পৰম সুন্দৰ ৰূপ জবে নাহি পেখোঁ ঃ হামো কৈছে প্ৰান ধৰবো ॥

ওঁহি বুলি গোপিসবে জৈচে বিলাপ কৰিতে লাগল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ॥ ৰাগ ভাঠিআলি ॥ মান পৰিতাল ॥

সুনহ উদ্ধৱ প্ৰান জীৱ মেৰি জাই ।
কহতু কানু গোকুলে মিলব হুনাই ॥

পদ ॥ নয়নে দেখিবো চান্দ মুখ এক বাৰ ।
তেবেসে সাফল সখি জীৱন হামাৰ ॥
তুহি ওহ দহে দেহা বিৰহ আনলে ॥
কহাৱ উদ্ধৱ কৃষ্ণ-চৰন-কমলে ॥

শ্রৱনে ঝুম্ঝুনেঁ আৰ নভাসে নয়নে ।
হাস্য লাস্য মধুস্যাম সুচান্দ৪২ বয়নে ॥
সুমৰিতে দহে দেহা ধৰন নজাই ।
দিন টুটে প্রান চুটে ক্ষনেকে যুগ জাই ॥
কান্দিতে ৰহল গোপিসব দুখ মনে ।
কহয় গোপালে গতি মাধৱ চৰনে ॥*॥২১॥

সুত্র ॥ আহে সামাজিক লোকঃ দেখু দেখুঃ পুনঃ গোপি সব উদ্ধৱক সাদৰ কৰি পুচয়ে লাগল ॥

গোপি বোল ॥ আহে উদ্ধৱঃ প্রানকৃষ্ণ কি গুৰু গৃহ হন্তে পঢ়ি আৱলঃ সোহি দৈৱাক-নন্দন অগতিৰ গতিঃ মথুৰা নগৰে কুসলে থিকঃ হামু কিঙ্কৰীসবক কোনো সময়ে কৃষ্ণে কি সুমৰয় ॥

সুত্র ॥ ওহি সুনি আৱৰ গোপি বোল ॥ আহে সখীঃ তোহো বড়িয়া বুদ্ধিঃ ইকথা উদ্ধৱত কি পুচহঃ কংস ভয়ে বঞ্চিতে পুৰি পাৱয়ে নাহিঃ সে নিমিতে নন্দগৃহে বঞ্চলঃ সোহি সত্রু মাৰি ৰাজ্যভাৰ পাৱলঃ পিতাক মাতাক সনিপ পাৱলঃ অনেক ৰাজকন্যা বিবাহ কৰব৪৩ঃ হামাত কোন প্রয়োজন থিক ॥

সুত্র ॥ আহে সমাজিক লোকঃ গোপিসব প্রেমে বিহ্বল হুয়াঃ আৰ্ত্তৰাৱে জৈছে ক্রন্দম কৰিতে লাগলঃ তা দেখহ সুনহঃ নিৰন্তৰে- হৰি বোল হৰি ॥

৪২। "যস্যামস্যাম ফোকাৰ" ৪৩। কৰাৱব ?



গিত ॥ ৰাগ শ্রী ॥

গোপিনি বিকলি হৰিৰঃ দুখে আকুলিত হৈয়া ।
গোবিন্দ মাধৱ বুলঃ কান্দে গেৰি দিয়া ॥

পদ ॥ দহয়ে বিৰহানলে প্রান চুটি জাই ।
অধৰ অমিয়া দিয়া ৰাখহি মধাই ॥
মুৰুচি পৰয় দিস দেখো অন্ধিআৰি ।
কহে গোপাল গতি মুকুতি মুৰাৰি ॥২২॥

সুত্র ॥ আহে সমাজিক লোকঃ ওহি ক্রন্দন এড়ি অন্যো অন্যো কহয়ে লাগল ॥ গোপিসব বোল ॥ আহে সখীসবঃ ওহি কৃষ্ণ পুর্ন্নকামঃ হামো বনচৰিঃ আনো ৰাজকন্যাসব ভাগ্যৱতিঃ লক্ষ্মীৰ স্বামীৰঃ ইহাত কোন প্রয়োজন থিক ॥

আৱৰ গোপি বোল ॥ হে উদ্ধৱঃ ওহি বৃন্দাবনঃ ওহি গিৰিবৰঃ ওহ যমুনা নদীঃ গোবৎস্বসবঃ প্রান-কৃষ্ণে মনে কি সুমৰয় ॥

আউৰ গোপি বোল ॥ হে উদ্ধৱঃ ওহি কুঞ্জ নিকুঞ্জবনেঃ হামো সব সহিতে জে ৰাস-কেলি কয়লঃ তাহেক কৃষ্ণৰ মনে কি পৰয় ॥ হামোসব কৃষ্ণ বিহিনে জৈছে দুখ পাৱলোঃ হে উদ্ধৱঃ তাহেক কি কহবো ॥

সুত্র ॥ ওহি বুলি উদ্ধৱক আগে ঃ গোপিসব জৈচে কহিতে লাগল ঃ তা দেখহ সুনহঃ নিৰন্তৰে হৰি বোল হৰি ॥

গিত ॥ ৰাগ ধনশ্ৰী ॥ মান একতালি ॥

ধ্ৰুং ॥ কি কহবো উদ্ধৱ ঃ কি কহবো প্ৰান ।
গোবিন্দ বিনে ভয়ো গোকুল উচান ॥
পদ ॥ সুন্য ভেল অঙ্গিনা বিৰিন্দা বিপিন ।
না সোহে বয়নি জৈছে চান্দ বিহিন ॥
নাহি চাৰব ধেনু কালিন্দি কুল ।
আৰ না সুনবো৪৪ বেনু কদম্বক মুল ॥
মথুৰা ৰহলি সব গোপিনিক পীউ ।
কেসৱ বিনে কৈছে ধৰবহো জীউ ॥

মান চুটা ॥৪৫

ওঁৰে৪৬ সোই গোপাল পিয়াৰু ।
মেৰি প্ৰান আধাৰু ॥
মধুপুৰি ৰহে দহে জীৱন হামাৰু ॥
পদ ॥ গোকুলক মানিক কানু নৱ নিধি ।
হাতে হৰল নিকৰুন বঙ্কবিধি ॥

৪৪। পুৰৱ ঃ ৪৫ ।পৰিতাল ঃ ৪৬। ৰে ঃ



চান্দ বিনে ৰয়নি সজনি কিচো নোহে ।
হৰি বিনে বিৰিন্দা বিপিন নাহি সোহে ॥
মান একতালি ॥
মাই ঃ মাধৱ বিৰহে
হৰয় চেতন তনু জীৱন নাৰহে ॥
পদ ॥ চান্দ চন্দন মন্দ মলয়-সমিৰে ।
কেশৱ বিনে বিস বৰিষে সৰিৰে ॥
ঘন ঘন হানয় মদন পাঞ্চ বান ।
কোকিল কুহু কুহু লেহু মেৰি প্ৰান ॥
পঙ্কজপাত অহিত হেমবাৰি *।।*॥
মধুকৰ নিকৰ কৰয়ে মোহে৪৭ মাৰি ॥
ঐচন সময়ে মধুপুৰি পীউ প্ৰান ।
কৃষ্ণ কিঙ্কৰ ৰব সঙ্কৰ ভান ॥*॥২৩॥

সুত্র ॥ আহে সমাজিক লোক ঃ গোপিসবে কৃষ্ণগুন সুমৰি সুমৰি ঃ ক্ৰন্দন কৰিতে প্ৰেমে মুৰুচি পৰল ঃ কাহাৰো গাৱে চেতন নাহি ॥

শ্লোক ॥ ৱন্দে নন্দব্ৰজস্ত্ৰীণাং পাদৰেণুমভীক্ষ্ণশঃ ।
যাসাং হৰিকথোদ্গীতং পুনাতি ভুৱনত্ৰয়ম্ ॥৩॥

—দেখি উদ্ধৱ পৰম আনন্দে ঃ প্ৰত্যক্ষতে পৰি পৰি প্ৰনাম কয়ল। পুন ঃ গোপি সম্ভক্ষন ভেল ঃ উদ্ধৱ জৈছে প্ৰবোধ কৰিতে লাগল ঃ [তা দেখহ]

৪৭। মহা ঃ *।হসধাৰি

উদ্ধৱ বোল ॥ হে গোপিসব ঃ তোৰাসব পৰম ভাগৱাত ঃ শ্ৰীকৃষ্ণ-বিৰহতে পৰম প্ৰেমভকতি ভেল ঃ অনেক জনমে জে তপ জপ জাগ যোগাদি সুদ্ধভাৱে কৰৈছে ঃ তব কদাচিত কৃষ্ণৰ চৰনে ভকতি কৰিতে পাৰয় ঃ সোহি কৃষ্ণক তোৰাসবে বস্য কয়ল ঃ তোৰা-সবক সুমৰি শ্ৰীকৃষ্ণৰ মনে সুস্থ নাহি ঃ তুমিসব অচিৰ কালত শ্ৰীকৃষ্ণৰ সমিপ পাৱব । হে মাতাসব ঃ ইহা জানি তাপ তেজহ ॥

সুত্ৰ ॥ আহে সামাজিক লোক ঃ দেখু দেখু ঃ ওঁহি সুনি গোপিসব ঃ সুস্থ হুয়া আখিমুখ মুচি ঃ নিস্বাস তেজল উদ্ধৱক বহুবিধ পুজা কয়ল ঃ পুন ঃ উদ্ধৱ শ্ৰীকৃষ্ণৰ নানা লিলা কথা কহিয়ে ঃ গোপিসবক নন্দযসোদাক সান্ত কয়ল ঃ তথায়ে কতিপয় মাস বঞ্চি কহোঁ ঃ তাৰাসবত বহু মান্য সতকাৰ পাৱল। [ তদনন্তৰে ] শ্ৰীকৃষ্ণক মনে সুমৰি ঃ আকুল হুয়া কহোঁ ঃ জৈচে মধুপুৰি চলল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ॥ ৰাগ শ্ৰী ॥

উদ্ধৱ চলিতে মধুপুৰি ঃ জত গোপিগন ॥
পৰম আৰায়ে সৱে কৰন্ত ক্ৰন্দন ॥



পদ ॥ ঐ বন্ধু উদ্ধৱ ঃ তেজি জাহে কাহে লাগি ।
কি দেখি ধৰবো প্ৰান হামু মন্দভাগি ॥
মুৰুচি ৰহল দুখে গোপিনি নিসেস ।
কান্দন্তে উদ্ধৱ ভৈলা মথুৰা প্ৰবেস ॥
কৃষ্ণৰ চৰনে পৰি কৰিলা বন্দন ।
কহয় গোপাল গতি নন্দেৰ নন্দন ॥*॥২৪॥

সুত্ৰ ॥ আহে সামাজিক লোক ঃ ঐচন প্ৰকাৰে উদ্ধৱ ঃ কৃষ্ণৰ চৰন বন্দিয়ে ঃ নন্দযসোদাৰ জে কাৰুন্য ঃ গোপিৰ বিৰহ-দুখ ঃ ৰামকৃষ্ণত প্ৰতি প্ৰতি কহল ঃ সুনি শ্ৰীকৃষ্ণ দীৰ্ঘ নিস্বাস তেজি অধোমুখে ৰহল ঃ উদ্ধৱ শ্ৰীকৃষ্ণৰ চৰন হৃদয়ে ধৰি ঃ আগে কৰজোড়ে ৰহল । আহে সামাজিক লোক ঃ কৃষ্ণৰ চৰিত্ৰ ঃ গোপি-উদ্ধৱ-সম্বাদ-প্ৰেম নাম নাট সম্পুৰ্ন ভেল । ইহাক জে কৰয় ঃ কৰাৱয় ঃ সুনয় ঃ সুনাৱয় তাহেৰ কৃষ্ণৰ চৰনে ভকতি বাঢ়য় । ইহা জানি ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

ইতি গোপি উদ্ধৱ সম্বাদ নাট সমাপ্ত ॥

[ নগাঁও উলুবাৰী চৰিপোতা সত্ৰৰ এখন নকল পুথিৰ পৰা উদ্ধৃত। তাৰিখ অজ্ঞাত । পাঠান্তৰ আৰু বড়গীতৰ গীতবিলাক বড়গীতৰ পুথিৰ পৰা দিয়া হৈছে ।

টীকা।

জন্ম যাত্রা।

প্রথম শ্লোক.........ছন্দ বসন্ত তিলক

## গোপী-উদ্ধৱ সংবাদ নাট।

প্রথম শ্লোক......ভাগৱত ১।৮।২৭। ছন্দ অনুষ্টুভ।

দ্বিতীয় শ্লোক...... ... ...... ... ... ...। ছন্দ তথা

তৃতীয় শ্লোক... ...ভাগৱত ১০।৪৭,৬৩। ছন্দ তথা।

---

# ৰামচৰণ ঠাকুৰ॥

## কংসবধ নাট॥

শ্রীকৃষ্ণায় নমঃ॥

শ্লোক॥ গোৱিন্দ কৃষ্ণ গৰুড়ধ্বজ ৰামৰাম
ৰাম ত্রিৱিক্রম নৃসিংহ মহাব্ৰবাহ।
যজ্ঞেশ চক্রধৰ শার্ঙ্গৰিশোভিপাণে
নাৰায়ণানন্তমহাশৰণ্যো নমস্তে॥১॥

অপিচ॥ জাতো গতঃ পিতৃগৃহাদ্ব্ৰজমেধিতার্থঃ
সাঙ্গো ব্রজন্ যদুপতিঃ স্বৰিহাৰকাৰী।
মল্লাদিকংসৰজকান্১ সুনিহত্য পিত্রোঃ
প্রীতিঞ্চ সৰ্ব্বসুহৃদাং সময়ে চকাৰ॥২॥

নান্দ্যন্তে সুত্রধাৰঃ॥ অলমতি বিস্তৰেণ। প্রথমে শ্রীকৃষ্ণং প্রণম্য সভাসদঃ সম্বোধ্যাহ॥

শ্লোক॥ ভো ভোঃ সভাসদঃ সাধু শৃনুধ্বং শ্রদ্ধয়াধুনা।
কংসবধ-লীলা-যাত্রাং কৃষ্ণস্য জগত্ত্রী—পতেঃ॥৩॥

---

১। মল্লভঙ্গ—ঃ

অথ ভটিমা ॥ জয় জয় জাদৱ ঃ দৈত্যপৰাভৱ-ঃ-কাৰি মাধৱ ঃ

ভকতজনক জোঃ মুকুতি সাধৱ ॥১॥

জয়অজহংস ঃ জো৩ নিজ অংস ঃ হুয়া জত্নবংস ঃ

সংহৰ৪ অঘঃবক কেসি কংস ॥২॥

জগত৫ নিধান৬ ঃ পুতনাক৭ প্ৰাণ ঃ কয়লি নিৰজান ঃ

নিজজন তাৰন ঃ পুরুস পুৰান৮॥৩॥

জয়বনমালি ঃ বিমৰ্দ্দিয়ে কালি ঃ বহু বলসালি ঃ

খেদল হ্রদমহ ঃ তাহে নিকালি ॥৪॥

হুয়া অৱতাৰ ঃ ভুমিক ভাৰ ঃ সব সংহাৰ ৯ ঃ

জো কৰু বিৰিন্দা ঃ বিপিন বিহাৰ ॥৫॥

ধৰু গোবৰ্দ্ধন ঃ বাৰন বৰিসন ঃ তাৰন ব্ৰজ জন ঃ

মদ ইন্দ্ৰক চুৰ ঃ কয়লি নাৰায়ন ॥৬॥

গোপিনিক ৰঙ্গ ঃ বাঢ়য়ত১০ ঢঙ্গ ঃ হেৰি ভ্ৰুভঙ্গ ঃ

ৰমনিক মনোৰথ ঃ পুৰলি অনঙ্গ ॥৭॥

জয় গোপাল ঃ ৰজক বিসাল ঃ তচু কয় কাল ঃ

ৰিজু কুবুজি জোঃ কৰত কৃপাল ॥৮॥

জয়শ্ৰীৰাম ঃ ভকত সুদাম ঃ তনিকৰ থাম ঃ

গয়১১ বৰদানে১২ ঃ পুৰল১৩ কাম ॥ ৯॥

পৰম প্ৰতাপ ঃ জো কৰু দাপ ঃ ভাঙ্গল চাপ ঃ

সুনি কংসক মনে ঃ মিলল সন্তাপ ॥ ১০॥

২। জগতক ঃ ৩। জে ঃ ৪। সংহাৰ ঃ ৫। জগতক ঃ ৬। ধ্যান ঃ ৭। পুতনিক ঃ
৮। প্ৰধান ঃ ৯। সংসাৰ ১০। বঢ়াৱল ঃ ১১। জয় ঃ ১২। দসি ঃ ১৩। পুৰণ ঃ



প্ৰমত্ত মাতঙ্গ ঃ জৈচন পতঙ্গ ঃ নিপাতল অঙ্গ ঃ

দসন উৎপাটি ঃ প্ৰবেসল ৰঙ্গ ॥ ১১॥

পৰম দন্দুৰ ঃ মল্ল১৪ চানুৰ ঃ কয় মসিমুৰ ঃ

নিজজন ভকতক ঃ ভিতি ভৈলি চুৰ ॥ ১২॥

জত মল্ল মন্দ ঃ নিপাতিএ কন্ধ ঃ মিলল১৫ আনন্দ ঃ

ছোড়ল পাছে ঃ পিতাকেৰি বন্ধ ॥ ১৩॥

সুন সব লোই ঃ বচনক১৬ মোই ঃ হৰিবিনে কোই ঃ

ইহসংসাৰে ঃ সুহৃদ নাহি হোই ॥ ১৪॥

কৃষ্ণক নাট ঃ পাপ উতপাট১৭ ঃ কয় চিত্ত ডাট ঃ

সুন জাকেৰি ইচা ঃ বৈকুণ্ঠক বাট১৮ ॥ ১৫॥

হৰিক বিহাৰ ঃ জগত উদ্ধাৰ ঃ নিগমকু সাৰ ঃ

সুনিতে ভনিতে ঃ ভৱপাৰ উতাৰ১৯ ॥ ১৬॥

বিসয় বিলাস ঃ ওহিভৱ২০ পাস ঃ তেজ২১ তথি আস২২ ঃ

কৰু হৰি নামে ঃ সবে বিস্বোআস২২ ॥ ১৭॥

হৰিগুন নাম ঃ আতি অনুপাম ঃ লেহু অবিৰাম ঃ

কহ সঙ্কৰ সব ঃ বোল২৪ ৰাম ৰাম ॥

সুত্ৰ ॥ আহে সভাসদ লোক ঃ জে জগতক ইস্বৰ ভগৱন্ত নাৰায়ন ঃ জাকেৰি নামে মহা মহা পাপি সবো সংসাৰ নিস্তৰে ঃ জাকেৰি চৰন-পঙ্কজ ঃ ব্ৰহ্মা মহে-

১৪। মঙ্গল ঃ ১৫। মিলাল ঃ ১৬। বচনেক ঃ ১৭। উতপাত ঃ
১৮। হাট ঃ ১৯। উত্তাৰ ঃ ২০। যম ঃ ২১। তেজি ঃ ২২। অভিলাস.
২৩। বিস্বআস, বিশ্বাস ঃ ২৪। বোলহু ঃ

সাদি দেৱতাসবো সদায় সেৱত : সোহি পৰমেস্বৰ : সকল লোক নিস্তাৰ কাৰনে : ভুমিকভাৰ হৰন নিমিত্ত : বসুদেৱ গৃহে : মানুস ৰুপে অৱতৰল : সোহি ইস্বৰ : ওঁহি সভামধ্যে : প্ৰবেস কয় : ধনু-ভঙ্গ কুবলয় মল্লবধ২৫ কংসবধ : ঐসব বিনোদ-বিহাৰ-নৃত্য : পৰম কৌতুকে কৰব : তাহেক সাৱধানে : দেখহ সুনহ : নিৰন্তৰে হৰিবোল ॥

শ্লোক ॥ প্ৰৱেশমকৰোদ্দেৱ : কৃষ্ণস্তু পুৰুষোত্তম : ।
বলেন চ মুদাযুক্তো ৱেষ্টিতো গোপবালকৈ : ॥ ৪॥

সুত্ৰ ॥ আহে সমাজিক লোক : জেশ্ৰীকৃষ্ণক কথা কহিচি২৬ : সোহি কৃষ্ণ গোপসব সহিতে : প্ৰৱেস কয় আৱত২৭ : তা দেখহ সুনহ : নিৰন্তৰে হৰি বোল হৰি ॥

গিত ॥ ৰাগ সিন্ধুড়া ॥ একতালি ॥

ধ্ৰুং ॥ আৱত ৰামকানু গোপ সিসু সঙ্গে ।
সিঙ্গা সঙ্খ বেনু বায়ে গাএ মনৰঙ্গে ॥
পদ ॥ চন্দনে লেপিতঅঙ্গ বনমালা গলে ।
ঝুৰএ নেপুৰ ২৮ তুহু চৰনকমলে ॥
গায়ে পিতবস্ত্ৰ সোভে মাথে মৈৰা পাখি ।
মোহ গোৱে মনমথ কানুৰুপ দেখি ॥

২৫ । মল্লভঙ্গ : ২৬ । কহচি : ২৭ । আৱে : ২৮ । নুপুৰ :



ঠমকে চলয়ে তুহু অৰুন চৰন ।
এৰুপ ৰহোক ৰামচৰনেৰ মন ॥১॥

সুত্ৰ ॥ ঐচন প্ৰবেস কয় : শ্ৰীকৃষ্ণ আনন্দে ৰহল : তদনন্তৰ : ৰাজা কংস পৰম দুষ্ট অসুৰনব সহিত : জৈচে প্ৰবেস কয়ল : তাহে দেখহ সুনহ : নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ॥ ৰাগ কানড়া ॥ পৰিতাল ॥

ধ্ৰুং ॥ আয়ে২৯ ৰাজাকংস মহাসুৰ ।
জাহে প্ৰতাপে কম্পএ৩০ সুৰপুৰ ॥
পদ ॥ হাতে খাণ্ডা বাৰু ধৰি ধায়ে ।
সঙ্গহি দুষ্ট অসুৰসব আৱে ॥
মাথে চাৰু ছত্ৰ পৰকাসে ।
কহতু ৰামচৰন হৰিদাসে ॥২॥

সুত্ৰ ॥ ঐচন প্ৰবেস কয় : কংস ৰাজা অসুৰসব সহিতে : পৰম আৰম্বৰে সভামধ্যে বৈঠিএ ৰহল । তদনন্তৰ : নাৰদ ৰিসি আসি কহু : কংসক আগে জে কহল : তা দেখহ সুনহ : নিৰন্তৰে হৰি বোল ॥

গিত ॥ ৰাগ আসোৱাৰি ॥ পৰিতাল ॥

ধ্ৰুং ॥ আৱত নাৰদ হৰি গুনগাই ।
হাতে ধৰি কহো বিনা বজাই ॥

২৯ । আৱে : ৩০ । কম্পাএ :

পদ ॥ নয়নে নিৰ ঝুৰে পুলক সৰিৰ ।
পাৱল সমিপ কংস নৃপতিৰ ॥
পেখি কংস ৰাজা কঅলি বন্দন ।
কহয় কৃষ্ণ পায়ে ৰামচন ॥৩।

সূত্ৰ ॥ আহে সমাজিক লোকঃ নাৰদক দেখিঃ কংসৰাজা প্ৰনাম কয়ঃ বোলয়ে লাগল ॥*॥

কথা ॥ কংসবোল ॥ আহে মুনিৰাজঃ মেৰি মহাভাগ্য মিলল ঃ তোহাক দৰসন ভেলোঃ হামাত কমন ৩১ প্ৰয়োজন থিকঃ তা কহ ॥*॥

সূত্ৰ ॥ কংসক বানি ৩২ সুনিঃ নাৰদ জে বোলল ঃ তা দেখহ সুনহ ॥

কথা ॥ নাৰদ বোল ॥ আহে মহাৰাজাকংসঃ তোহাৰি কিচো চিন্তা নাহিঃ তুহু কিচো নাহি জানহ ঃ সুখে ৰহৈছ ৩৩ ঃ হামো সব কথা জানোঃ তা সুনহ ঃ তোহাৰ বৈৰি ৰামকৃষ্ণ ঃ তোহাক বধ চিন্তি ঃ গোকুলক ৩৪ মাঝে ৩৫ বাঢ়য়ঃ জে কন্যা সিলাত তাৰল ঃ সে জসোদাক দুহিতাঃ জে তোহাৰ বৈৰ বসুদেৱ-ঃ পুত্ৰ ৰামকৃষ্ণ ঃ তাহেক মিত্ৰ নন্দগৃহেঃ গোপ্যে বসুদেৱ থৈয়াছে ৩৬ ইহা হামু জানো । আহে কংসঃ তোহাৰ জত বিৰসবঃ

৩১। কুনঃ ৩২। বাক্যঃ ৩৩। ৰহৈছেঃ ৩৪। গোকুলেঃ ৩৫। মাঝে (লোপ)ঃ ৩৬। থৈয়া আছেঃ



গোকুলৰ মাঝে প্ৰবেসয় ঃ তাহেক ৰামকৃষ্ণ বধ কয়ল ঃ ইহাক নাহি জানহ ঃ হামু স্বৰূপ কহলু ঃ জানি আপুন ৰক্ষা চিন্তহ ৩৭ ॥*॥

সূত্ৰ ॥ আহে লোক ঃ নাৰদক বচন ৩৮ সুনিয়ে ৩৯ ঃ ৰাজাকংস পৰম ভিতিহুয়া ৪০ ঃ পৰম মহন্ত ঃ বসুদেৱক কাটিতে গেল ঃ দেখিয়ে ৪১ নাৰদ কংসক নিবাৰন কয় ঃ পুনু জে বোলল তা দেখহ ৪২ সুনহ ॥*॥

কথা ॥ নাৰদ বোল ॥ আহে ৰাজাকংসঃ তুহু কি কৰিতে চায় ৪৩ ঃ ৰহ ৰহ ঃ তুহু কিচো নাহি জানহ ঃ হামো গোপ্য কথা কহচি ঃ তা সুনহ । তুহুঁ সাম্প্ৰত বসুদেৱক কিচো নাহি কৰব ঃ পিতৃ-বধ সুনিএ ৰামকৃষ্ণ ঃ তোহাক লাগ নাহি দেৱব ঃ তুহু এক কৰ্ম্ম কৰহ ঃ উপায় কয় আনিয়ে ঃ আগু ৰাম কৃষ্ণক মাৰহ ঃ ৪৪ পাচু বসুদেৱক ঃ জে ইচা তা কৰহ ॥*॥

সূত্ৰ ॥ আহে লোক ঃ ৰাজাকংস নাৰদক বচন সুনিয়েঃ বসুদেৱক চোড়ি ঃ পুনু আসনে বৈঠল ঃ বসুদেৱ দৈৱকিক বন্দি কঅল ঃ নাৰদ আনন্দে বিদায় কয় চলল । তদনন্তৰ ঃ ৰাজাকংস ঃ পৰম দুষ্ট অসুৰ ৪৫ সবক আনিএ ঃ জে বোলল ঃ তা দেখহ ৪৬ সুনহ ॥

৩৭। চিন্তহুঃ ৩৮। বানিঃ ৩৯। সুনিঃ
৪০। "মহাকোপে ডাবৰ খাণ্ডা থসাই"ঃ ৪১। তাহে পেখিঃ
৪২। দেখহ (লোপ)ঃ ৪৩। চায়ঃ ৪৪। "আগে উপায় এক কৰিএ ৰামকৃষ্ণক আনহ ঃ ৪৫। দানৱঃ ৪৬। দেখহ (লোপ)ঃ

কথা ॥ কংস বোল ॥ আহে দামৱসব : হামাৰি পৰম অনৰ্থ মিলল : তা স্তুনহ : হামাক প্ৰানবৈৰি : বসুদেৱক পুত্ৰ ৰামকৃষ্ণ : নন্দগৃহে গোকুলে ৰহৈছে : ইহা জানি তোৰাসব সাৱধান হুয়া ৰহব ৪৭ হামু উপায় কৰিয়ে : এখানে ৪৮ অনাঅব ৪৯ : আহে অম্বুষ্ট : তুহু দ্বাৰে চুম্পিয়ে ৰহব : ৰামকৃষ্ণ আসন্তে : হস্তি খুম্পি মাৰব : আহে চানুৰ মুষ্টিক : ৰামকৃষ্ণক মাল্লবন্ধ ধৰিয়ে মাৰব ॥ আহে দানবসব : চতুৰ্দ্দিসিত ধৰ্ন্নৰ্জাগ আৰম্ভ কৰহ : সভামৈধ্যে উস্তৃত মঞ্চ নিৰ্ম্মান কৰহ ॥*॥

স্থত্ৰ ॥ ঐচন আদেস পায়া : দানৱসব চলিয়ে গেল । তদনন্তৰ : অক্ৰুৰক আনিয়ে : কংসে জে আদেস কয়ল : ৫০ তা স্তুনহ ॥*॥

কথা ॥ কংস বোল ॥ আহে দানৱপতি : ওঁহি বৃষ্ণিবংস মাঝে ৫১ : তুহুসম হামাৰ : পৰম মিত্ৰ আৱৰি নাহি : ইহা জানি তুহু হামাৰ : সহায় হুয়া কাৰ্য্য সাধহ : হামাৰ প্ৰানবৈৰি ৰামকৃষ্ণ : গোপ্য কৰি বসুদেৱে গোকুলে থৈয়া আচে : তুহু গোকুলে জাই : ৰামকৃষ্ণক সত্বৰে আনহ : নন্দ আদি গোপগনক আনহ : তুহুঁ জব ৰামকৃষ্ণক আনল ৫২ : তবে জে কৰব : তা স্তুনহ : প্ৰথমে হস্তি মাৰব : তদনন্তৰে মাল্লসবে

৪৭ । ৰহ : ৪৮ । ওহি থানে : ৪৯ । আনাব : ৫০ । বোলল : ৫১ । মৈধ্যে ৫২ । আনহ :



বন্ধ ধৰিএ মাৰব : পাচে বসুদেৱ নন্দ উগ্ৰসেন পিতৃ আদি সবাকে মাৰব : জৰাসন্ধ বান অস্তুৰ : ঐসৱ সহিতে অকণ্টকা ভুমি ভোগ কৰব : ইহাজানি তুহু সত্বৰে গোকুলে জাই : ধনুৰ্জাগ দেখিবাক বুলি : ৰামকৃষ্ণ আদি গোপগনক আনহ : তুহুঁ জব একাৰ্য্য সাধহ : তব ৫৩ হামাক প্ৰানদান দেহ ॥*॥

স্থত্ৰ ॥ কংসক ঐচন বানি স্থনি : অক্ৰুৰ বোল ॥*॥

আহে মহাৰাজা : তুহু ভল্ল উপায় কৰিতেচ : আবস্য৫৪ আপুন মৃত্যু দুৰ কৰিতে লাগৱ৫৫ : কিন্তু দৈৱে জে কৰব : তাহেক বাধিতে কেহু৫৬ পাৰয়ে নাহি : তথাপি তোহাৰ আজ্ঞা পালি৫৭ : হামো গোকুলে চলব৫৮ ॥*॥

স্থত্ৰ ॥ ওঁহি বুলি অক্ৰুৰ মৌনে ৰহল । তদনন্তৰে ৰাজা অস্তুৰসবক বিদায় দিয়ে : আপুন মন্দিৰে ৰহল । নাৰদ ঋষি কৃষ্ণক : সমিপ জাই৫৯ : জে কহল : তাহে দেখহ স্থনহ ॥*॥

কথা ॥ নাৰদ বোল ॥ হে স্বামি কৃষ্ণ : তোহাক দৰসন ভেলো৬০ : মেৰি মহাভাগ্য মিলল : তুহুঁ দেৱক পৰম দেৱতা : দৈত্যসব সংহাৰ কৰিএ : ভুমিকভাৰ হৰব৬১ সাধু সবৰ আনন্দ বঢ়াৱব : হে পৰমেস্বৰ

৫৩ । তেবে ৫৪ । অৱস্যে : ৫৫ । লাগে : ৫৬ । কেহু ( লোপ ), কহু : ৫৬ । মানি : ৪৮ । চলল : ৫৯ । পাই : ৬০ । ভেল : ৬১ । দুৰ কৰিয়ে :

কৃষ্ণঃ তোহাৰি মহিমা কি কহব ঃ তোহাক নিবাক প্রতি আজু ঃ গোকুলে অক্রূৰ আৱব ঃ ৰজনি৬২ প্রভাতে কালি মধুপুৰে জাই ঃ তুহোঁ প্রথমে ধোবাক মাৰব ঃ কুবুজিক সুদমাক প্রসাদ দেৱব ঃ আৱৰ দিৱসে ঃ কুবলয় চানুৰ ঃ মুষ্টিক কংসক বধ কৰব ঃ এসব জোহি জোহি লিলা কৰব তুহোঁ ঃ তাহেক হামু সব দেখব ॥*॥

সুত্র ॥ আহে সমাজিক লোক ঃ ঐসব কথা কহিয়ে নাৰদ ঃ কৃষ্ণক প্রনাম কয় কহো ঃ বিদায় কৰিয়ে আনন্দে চলিয়ে গেল । তদনন্তৰ ঃ কংসক আদেস পাই ঃ অক্রূৰ নিসি নিন্দা নাহি কৰত ঃ ৰজনি৬৩ প্রভাতে উঠি কহু ঃ জৈছে গোকুলে চলল ঃ তা দেখহ সুনহ নিৰন্তৰে হৰি বোল ॥

গিত ॥ ৰাগশ্রা ॥ পৰি॰াল ॥

ধ্রুং ॥ অক্রূৰ চলয় গোকুল পুৰি ঃ
কৃষ্ণ দৰসনে ।
ৰথে চড়ি লড়ি ভৈলা ঃ
পৰল জতনে৬৪॥

পদ ॥ জাৰ পদপঙ্কজক চিন্তে জোগিগনে ।
ব্রহ্মাদিয়ো পুজা কৰে জাহাৰ চৰনে ॥

---

৬২ । ৰঞ্জনি ঃ ৬৩ । ৰঞ্জনি ঃ ৬৪ । আনান্দিত মনে ঃ



ভৈলা সুপ্রভাত মোৰি জনম সাফল ।
দেখিবো কৃষ্ণ হেন চৰন কমল ॥
কৰিবো প্রনাম সিৰে চৰন কৃষ্ণৰ ।
কহে ৰামচৰনে কৃষ্ণৰ অনুসৰ ॥ ৪ ॥

সুত্র ॥ আহে লোক ঃ সন্ধ্যা সময়ে ঃ গোপপুৰ পাই অক্রূৰ ঃ ধ্বজ বজ্র জৱ পঙ্কজ অঙ্কুসে ঃ অঙ্কিত কৃষ্ণক খোজসব পেখল ঃ প্রেমে আকুল হুয়া ঃ ৰথহন্তে ডেৱ দিআ ঃ প্রত্যেক খোজে পৰিয়ে প্রনাম কয়ল ঃ অতি প্রেমে মাটিত৬৫ বাগৰয় ঃ ৰামকৃষ্ণ বোলি প্রত্যেক খোজে৬৬ ডাক চাৰয় ঃ নয়নক নিৰ ঝুৰয় ঃ সৰিৰ পুল কত । আহে লোক ঃ কৃষ্ণক খোজ পেখিয়ে ঃ অক্রূৰৰ জে ভাৱ মিলল ঃ অতঃপৰ জিবৰ পৰম দুল্লভ পুৰুসার্থ নাহি ঃ জানি কৃষ্ণ ভকতিক মনে সাৰ কাৰয়ে ঃ নিৰন্তৰে হৰি বোল ॥

শ্লোক৬৭ ॥ দদর্শ কৃষ্ণং ৰামং চ ব্রজে গোদোহনং গতৌ ।
পীতনীলাম্বৰধৰৌ শৰদম্বুৰুহেক্ষণৌ ॥ ৫ ॥
কিশোৰৌ শ্যামলশ্বেতৌ শ্রীনিকেতৌ বৃহদ্ভুজৌ ।
সুমুখৌ সুন্দৰৱৰৌ বালদ্বিৰদৱিক্রমৌ ॥ ৬ ॥

---

৬৫ । মাটি লুটি ঃ ৬৬ । প্রত্যেক খোজে ( গোপ ) ঃ পাঠান্তৰ ঃ
৬৭ । এই শ্লোক দুটি ৰামাদয়াৰ পুথিত নাই ।

সূত্র ॥ তদনন্তৰেঃ অক্রূৰে স্বস্ত হুয়াঃ পুনু ৰথে চড়িয়া জাইঃ ৰামকৃষ্ণক দেখল নানা ভুষনে ভুষিত হুইঃ আনন্দে ধেনু দোহন চাই ৰহইছেঃ মহাপ্রেমে অক্রুৰ কৃষ্ণক চৰন নমিয়ে৬৭ঃ ৰথহন্তে দণ্ডৱতে পৰলঃ ত্রাহিকৃষ্ণ ত্রাহিকৃষ্ণ বুলিঃ ক্রন্দন কৰয়ঃ নয়নে আনন্দে লোতক ঝুৰয়। অক্রুৰক ভকতি পেখিঃ শ্রীকৃষ্ণ স্নেহে আকুল ভেলহঃ হস্তপঙ্কজ তুলিঃ বাহুমেলিঃ আলিঙ্গন কয়লঃ খুড়া বুলি প্রবোধি গৃহে প্রবেস কৰাৱলঃ পৰম সাদৰে সুবৰ্ন্ন আসনে বৈঠাইঃ পাৱ পখালিয়েঃ পৰমান্নে ভোজন কৰায়লঃ পুষ্প চন্দনে ভুষিত কৰাইঃ কর্পূৰতাম্বুল দেলহঃ অক্রুৰ সুবৰ্ন্ন খাটত সুতলঃ তৈল্য লৈয়া দুয়ো ভাইঃ পাৱমৰ্দ্দল। তদনন্তৰেঃ নন্দে অক্রুৰত বাতপুচত ॥

কথা ॥ নন্দ বোল ॥ আহে অক্রুৰঃ কংস বিদ্যমানে থাকিতে কৈছে প্রানে ৰহইচ৬৮ঃ পৰম ঘাতুক কংসঃ জে আপুন ভগিনি পুত্র সবক মাৰলঃ অন্যত্র কি কুসল থিকঃ হামু জানো কদাপি কুসল নাহি ॥

সুত্র ॥ ঐচন আলাপ নন্দে অক্রুৰ সমে কৰল৬৯ঃ তদনন্তৰে ৰামকৃষ্ণ দুহুঁ অক্রুৰ সমিপ আসি কহোঃ জে বোললঃ আহে লোকঃ তা সুনহ ॥

৬৭। সমিপেঃ ৬৮। ৰহইছেঃ ৬৯। কয় ৰহলঃ



কথা ॥ শ্রীকৃষ্ণ বোল ॥ আহে খুড়া বাপঃ তুহুঁ কুসলে আৱলঃ হামাৰ জে জ্ঞাতি বন্ধুঃ সব কুসলে থিকঃ পৰম দুষ্ট কংস মেৰি মাতুলঃ সে থাকিতে কৈছে কুসল থিকঃ আহে খুড়া৭০ঃ তোহাক দৰসন ভেলো৭১ ঈহাত পৰম আনন্দ ভেল৭২ঃ হামাৰ মাতা পিতা পৰম মহন্তঃ হামাৰ নিমিত্তঃ বহুত দুখ পাৱলঃ হাহা কি কৰবঃ আহে খুড়াঃ কি নিমিতে হামাৰ থানে আৱলঃ তা কহ ॥

সুত্র ॥ ঐচন কৃষ্ণক বানি সুনি অক্রুৰঃ কংসক সব কথা কহল৭৩ ॥*॥

কথা ॥ অক্রুৰ বোল ॥ আহে পৰমেস্বৰ শ্রীকৃষ্ণঃ তুহুঁ আপুনে সব জানহঃ হামো কি কহবঃ তথাপি তোহাত হামো কিচো কহোঁ সুনহঃ ৰাজা কংসে তোহাক নিবাক প্রতি হামাক পঠাৱলঃ তোহাক মাৰিতেঃ হস্তি মাল্ল৭৪ঃ এসব নানা উপায় কৰিতেছেঃ হামু বিস্তৰ কি কহবঃ তুহো৭৫ আপুনে জে জোগা৭৬ তা কৰহ ॥

সুত্র ॥ সুনি শ্রীকৃষ্ণঃ কংসক আদেস নন্দত জনাৱল ॥*॥

কৃষ্ণ বোল ॥ আহে পিতৃঃ কংসক আদেস হুয়াছেঃ জানি মধুপুৰে জাইতে সত্বৰে সাজহ ॥*॥

৭০। খুড়া বাপঃ ৭১। ভেলঃ
৭২। ভেলোঃ ৭৩। কহিতে লাগলঃ ৭৪। মল্লঃ ৭৫। জানিঃ ৭৬। জানহঃ

সূত্র ॥ কংসক৭৭ আদেস৭৮ সুনি ঃ নন্দে সবাতো জনাৱল ৭৯ ॥*॥

নন্দ বোল ॥ আহে গোপসব ঃ মল্ল-মহোস্বর দেখিতে ঃ ৰাজাক আজ্ঞা৮০ হুয়াচে ঃ জানি বস্তুবি কৰ ঃ দধি দুগ্ধ ঘৃত৮১ সকট জোৰি লৈয়া৮২ ঃ সত্বৰে ৰজনি৮৩ প্ৰভাতে চলহ ॥*॥

সূত্র ॥ নন্দেক আজ্ঞা পাই৮৪ ঃ গোপসব উৎসুকে সাজিতে লাগল ঃ ঐসব বৃত্তান্ত সুনি৮৫ ঃ গোপিসবে অন্যো অন্যো এক থান হুয়া ঃ কৃষ্ণক বিৰহ তাপে জৈচে বিলাপ কয়ল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

## গিত ॥ ৰাগ গৌৰী ॥ বিসম তাল ॥

ধ্রুং ॥ মাঞ্জি মাঞ্জি ঃ গোবিন্দ বিনে ঃ কিমতে বহবো হামি ।
তেজিয়া গোকুল ঃ চলে মধুপুৰ ঃ
হামাৰি মাধৱ স্বামি ॥

পদ ॥ গোকুলৰ মাঝে ৮৬ ঃ অক্রুৰ নামে ঃ
আসি ভৈলা ধুম্রকেতু ।
প্ৰানেৰ বল্লভ ঃ বান্ধৱ শ্ৰীকৃষ্ণ৮৭ ঃ
হৰাইল৮৮ তাহেৰ৮৯ হেতু ॥

---

৭৭। কৃষ্ণক ঃ ৭৮। বাক্য ঃ ৭৯ গোপসবক আদেস কয়ল ঃ ৮০। আদেস ঃ ৮১। ঘৃত (লোপ) ঃ ৮২। লৈয়া (লোপ) ঃ ৮৩। ৰজনি ঃ ৮৪। সুনি ঃ ৮৫। কথা জানিয়ে ঃ ৮৬। ঃধ্যে ঃ ৮৭। কৃষ্ণৰ ঃ ৮৮। হৰাব ঃ ৮৯। তাহান ঃ



বিধি ভৈলা বাম ঃ মাধৱৰ নাম ঃ
বান্ধৱে ভৈলো বঞ্চিত ।
কৃষ্ণৰ বিৰহে ঃ জিৱন নৰহে ঃ
মৰনে ভৈল সম্বিত ॥
কৰবহু৯০ মাঞ্জি ঃ কমন উপাই ঃ
গুনি গুনি নপাঞ্ঁ মনে ।
গোবিন্দ বিনে ঃ আন গতি নাই ঃ
কহতু ৰাম চৰনে ॥৫॥

সূত্র ॥ ঐচন বিলাপ কয় ঃ গোপিসব কোপে ঃ অক্রুৰক গাৰি দেৱত৯১ ঃ তা দেখহ ॥ গোপিসব বোল ॥ আহে সখিসব ঃ গোকুল মাঝে৯২ ঃ ওহি অক্রুৰ ধুম্রকেতু মিলল ঃ হামাৰ জিৱনপ্ৰান শ্ৰীকৃষ্ণক নিআ৯৩ জাই ঃ ওহি পৰম দাৰুন ঃ কি নিমিতে ইহাক অক্রুৰ বোলয়৯৪ ঃ ইহাক সম দাৰুন পুৰুস আৰৱি নাহি ॥*॥

সূত্র ॥ ঐচন বিলাপ কয় ঃ গোপিসব আকুল ৰহল । তদনন্তৰে ঃ শ্ৰীকৃষ্ণ ৰথে চড়ি জৈচে পয়ান কয়ল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল ॥

## পয়াড় ॥ ৰাগশ্ৰী ॥ পৰি তাল ॥

ৰথত চড়িলা৯৫ ৰাম কৃষ্ণ ৰঙ্গ মনে ।
সকটে লড়িলা নন্দ আদি গোপগনে ॥

---

৯০। কি কহব ঃ ৯১। দেই ঃ ৯২। মধ্যে ঃ ৯৩। লৈয়া ঃ ৯৪। বোলব ঃ ৯৫। চড়িএ ঃ

সমান বয়স সব গোপৰ কুমাৰ ।
ভুষনে ভুষিত আতি৯৬ হুয়া জাতিস্কাৰ ॥
ধৰিলা জোগান আসি ৰথৰ দুই পাসে ।
দেখি গোপি আকুলিত কৃষ্ণত নৈৰাসে ॥
কুল সিল ধৈৰ্য্য লজ্জা তেজি গোপি নাৰি ।
হা কৃষ্ণ বন্ধু বুলি কান্দে গেড়ি পাৰি ॥
গোপিৰ দেখিআ দুখ জগত নিবাস ।
দায়ায়ে মধুৰ বাক্যে কৰিলা আশ্বাস ॥
হে গোপিসব স্বস্ত৯৭ হুয়ো সোক এড়ি ।
অল্পতে আসিবো আমি চায়া মল্ল-খেড়ি ॥

কথা৯৯ ॥ কৃষ্ণ বোল ॥ হে গোপিসব ঃ মল্ল-খেড়ি চাহিতে ৰাজাক আজ্ঞা হুয়াছে ঃ হামু অল্পতে আসব ঃ তোৰাসব আকুল তেজি স্বস্ত৯৮ হৱ ॥

—গোপিক কৰিয়ে সান্ত পাছে সুভক্ষনে ।
কৰিলা পয়ান ৰামকৃষ্ণ ৰঙ্গমনে ॥
বাজে বিনা বেনু সঙ্খ সিঙ্গাৰ নিস[illegible]
কংসক বধিতে কৃষ্ণ কয়লি পয়ান ॥
অক্রুৰে ডাকয় ৰথ বাউ বেগে চলে ।
জয় কৃষ্ণ ৰাৱ কৰে গোপ কৌতুহলে ॥

---

৯৬। সবে ঃ ৯৭। স্বস্থ ঃ ৯৮। স্বস্থ ঃ ৯৯। এখন পুথিত এই "কথা" নাই



কালিন্দ্রিৰ হ্রদক পাইলন্ত১০০ কতো ক্ষনে ।
ৰাখিলন্ত ৰথ ৰাম বোলা সৰ্ব্বজনে ॥*॥৬॥

সূত্র ॥ আহে১০১ সমাজিক লোক ঃ হ্রদক সমিপ পাই ঃ ৰামকৃষ্ণ জলপান কৰিয়ে বৃক্ষৰ ছাআত ৰহল ॥ অক্রুৰে দোভাইক ঃ ৰথ উপৰে তুলি ঃ মৈধ্যান সন্ধ্যা কৰিতে হ্রদক জলে মজল ঃ জলমৈধ্যে ৰামকৃষ্ণক দেখল ঃ ৰথে নাহি বুলিয়ে ঃ বিস্মএ উঠিয়ে দেখল১০২ ঃ ৰাম-কৃষ্ণ ৰথমৈধ্যে থিক ঃ পুনু জলে মজিয়ে দেখল ঃ সহস্র ফনায়ে অনন্ত আচয় ঃ তাহেৰ কোলে কৃষ্ণক দেখল ঃ অক্রুৰে দণ্ডৱতে পৰি প্রনামি ঃ জৈচে তুতি কৰিতে লাগল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

পয়াড় ॥ জয় নমো জাদৱ১০৮ দেৱ । তুহুবিনে আন নাহি কেৱ ॥
সৰ্ব্ব দেৱময় তুহু হৰি । আচা ইতো জগতক ধৰি ॥
ইতো জড় জগত সকল । তুহু১০৪ মাত্র চৈতন্য কেৱল ॥
অসংখ্য ব্রহ্মাণ্ড জতজত । ফুৰৈ তুঝু ৰোমৰ ৰন্ধ্রত ॥
মৎস্য কুৰ্ম্ম বৰাহ বিৰিঙ্গ । অদভুত ৰূপ নৰসিজ্ঘ ॥
ধৰিচা বামন অৱতাৰ । তুঝু পায়ে কৰো নমস্কাৰ ॥
ধৰিচা পৰসুৰাম নাম । শ্রীৰাম তোমাক প্রনাম ॥
নমো ৰাম হলধৰ দেৱ । বোধৰূপি তুঝু পাৱে সেৱ ॥
ম্লেচ উছেদক কল্কি হৰি । লৈয়ো মোক নিজদাস কৰি ॥
মঞি মুঢ় একোৱে নজানো । বিনাসি দেহক সত্য মানো ॥

---

১০০। পাইলেক ঃ ১০১। হে ঃ ১০২। ৰহল ঃ ১০৩। মাধৱ ঃ ১০৪। তুমি ঃ

স্বপ্ন সম পুত্ৰ দাৰা ধন । তাতে১০৫ মোৰ নিমজিল মন ॥
অজ্ঞান আন্ধাৰে পৰিমৰো । ৰৈক্ষা কৰা চৰনত ধৰো ॥*॥৭॥

সূত্ৰ ॥ অক্ৰুৰে শ্ৰীকৃষ্ণক তুতি কৰিতেঃ পৰম প্ৰেম উপজলঃ নয়নক আনন্দে লোতক বহেঃ সৰিৰ পুলকিতঃ মহা প্ৰেম আনন্দে আকুল ভেলঃ শ্ৰীকৃষ্ণ অক্ৰুৰক একো নাহি বুলিয়েঃ অন্তৰ্দ্ধ্যান ভেলহঃ অক্ৰুৰ জল হন্তে উঠিএঃ পৰম বিস্ময় হুয়াঃ ৰথে চড়লঃ তাহে দেখি শ্ৰীকৃষ্ণ বোলল১০৬ ॥*॥

কথা ॥ কৃষ্ণ বোল ॥ হে১০৭ খুড়াঃ তুহু কি দেখলঃ কি সুনলঃ কি নিমিত্ত বিস্ময় ভেলহ ॥*

অক্ৰুৰ বোল ॥ হে১০৮ পৰমেস্বৰ শ্ৰীকৃষ্ণঃ তোহোঁ আপুনে সব জানহঃ হামো কি কহবঃ জগতক জত অদভুতঃ সব তোহাতে থিক১০৯ ॥*॥

সূত্ৰ ॥ ওঁহি বুলি অক্ৰুৰে ৰথ ডাকল১১০ঃ নন্দ আদি গোপগন আগু হুয়া জাইঃ নগৰ সমিপেঃ ৰামকৃষ্ণক আপেখি ৰহৈছেঃ ৰাম কৃষ্ণ ৰথে জাইঃ তাৰাসব সহিতেঃ এক থান হুয়াঃ ৰথ হন্তে নামিএ ৰহলঃ তদনন্তৰেঃ শ্ৰীকৃষ্ণ বিনয় ভাৱেঃ অক্ৰুৰক বোল ॥*॥

হে১১১ খুড়া অক্ৰুৰঃ ওঁহি নগৰ সমিপেঃ উপবন থানঃ ইহাহে আমৰা১১২ সব বিশ্ৰাম কৰহো১১৩ তুহু ৰথ লৈয়াঃ আগু হুয়া গৃহে চলহঃ হামু পাচু নগৰ প্ৰবেস কৰবো ॥*॥

১০৫। আতেঃ ১০৬। বাতপুচতঃ ১০৭। আহেঃ ১০৮। আহেঃ ১০৯। থিতঃ ১১০। খেদলঃ ১১১। আহেঃ ১১২। হামাৰ, আমাৰঃ ১১৩। কৰৱঃ



সূত্ৰ ॥ কৃষ্ণক বাক্য সুনিএঃ অক্ৰুৰ বোল ॥*॥

হে পৰমেস্বৰ শ্ৰীকৃষ্ণঃ হামাক কৃপা কৰহঃ তোহাৰি পদ ৰেনু পৰসেঃ হামাৰ গৃহসব পবিত্ৰ হৌকঃ হামাক তোহাৰি ভৃত্য মানিঃ হামাৰ থানে চলহ ॥*॥

শ্ৰীকৃষ্ণ বোল ॥ আহে খুড়াঃ আজু কিচু নাহি বোলবঃ জগতক বৈৰ কংসক বধিয়ে১১৪ঃ তোহাৰি গৃহে চলব ॥*॥

সূত্ৰ ॥ শ্ৰীকৃষ্ণক বাক্য সুনিএঃ অক্ৰুৰ কংসত জান দিয়েঃ আপুন গৃহে গেলহঃ তদনন্তৰেঃ শ্ৰীকৃষ্ণ জৈচে নগৰ প্ৰবেসলঃ তা দেখহ সুনহঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

## গিত ॥ ৰাগ শ্ৰী ॥ ১১৫ একতালি ॥

ধ্ৰুং ॥ কয়লি প্ৰবেস ১১৬ মধুপুৰি ।
গোপসিসু সঙ্গে ৰঙ্গে ৰামহৰি ॥

পদ ॥ ৰতন ভুষনে অঙ্গ কৰি বিভুষিত ।
বায়ে সিঙ্গা সঙ্খ বেনু হুয়া আনন্দিত ॥
আনন্দে আসিলা সুনি নগৰৰ নাৰি ।
গৃহ ১১৭ এড়ি ১১৮ কৃষ্ণমুখ চাহে সাৰি সাৰি ॥

১১৪। মাৰিয়েঃ ১১৫। ধনশ্ৰীঃ ১১৬। "পৰবেস এ"ঃ ১১৭। গৃহেঃ ১১৮। চড়িঃ

জয়কৃষ্ণ বুলি সিবে পুষ্প বৰিসয় ।
কৃষ্ণৰ সেৱক ৰামচৰনে কহয় ॥*॥৮॥

সূত্র ॥ আহে সমাজিক লোক ঃ ইস্বৰ শ্রীকৃষ্ণক ঃ মধুৰ মুৰুতি পেখি ঃ মথুৰাবাসিৰ মহা মহোস্বৱ মিলল ঃ কৃষ্ণ মুখ-পঙ্কজ নয়ন ভৰি পান কৰত ঃ চৰন-পঙ্কজ মনে ধৰি থাকয় ঃ কৃষ্ণৰ মধুৰ মুৰুতি মনে ধ্যান কৰয় ঃ শ্রীকৃষ্ণ তাৱাসবৰ আনন্দ বঢ়াই ঃ লিলাগতি কৰিএ চলৈছে । সোহি সময়ে ঃ ৰাজাক জোগাইতে ঃ বস্ত্র লৈয়া জাইতে ধোবাক দেখল ঃ শ্রী কৃষ্ণ তাহেত জৈচে বস্ত্র প্রার্থনা কয়ল ঃ তা দেখহ সুনহ ॥

কথা কৃষ্ণ বোল ॥ আহে ৰজক ! তুহু হামাক বস্ত্র দান কৰহ ঃ তোহাক পৰম কৈল্যান মিলব ॥*॥

সূত্র ॥ ঐচন প্রকাৰে শ্রীকৃষ্ণ ঃ ধোবাত বস্ত্র প্রার্থনা কয়ল ঃ পৰম অহঙ্কাৰি ঃ সে ধোবা ন্থুর্ম্মতি ঃ ক্রোধ কৰিয়ে ঃ কৃষ্ণক জে বোলল তা সুনহ ॥

কথা ॥ ধোবা বোল ॥ আহে১১৯ গোপ চণ্ডাল ৰামকৃষ্ণ ঃ পৰ্ব্বত বন মৈধ্যে তোহাৰ নিবাস ঃ তুহোসব কিচো জানএ নাহি ঃ আতি মূঢ়মতি ঃ ৰাজাৰ বস্ত্র পৰিধান কৰিতে বাঞ্চা কৰহ ঃ মৰিবাক ভয় নাহি ঃ ৰাজ দূত সবে ধৰিয়ে ঃ প্রানান্তিক দণ্ড কৰব ঃ জানি প্রান ৰৈক্ষা কৰিয়ে ঃ সত্বৰে দুৰ জাৱ ॥*॥

১১৯ । হে ঃ



সূত্র ॥ ধোবাক ঐচন বানি সুনিয়ে ঃ শ্রীকৃষ্ণ চৰৰ প্রহাৰি জৈচে প্রান লেলহ ঃ তাহে দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

পয়াড় ॥ ৰাগ কানড়া ॥ পৰিতাল ॥

ৰজক বানি সুনি কোপে গোপাল ।
চৰৰ প্রহাৰ কয়লি ততকাল ॥
পদ ॥ চিণ্ডল মাথা চৰৰ প্রহাৰে ।
জতয়ে ধোবাসব সঙ্গি তাহাৰে ॥
ত্রাসে পলাৱল বস্ত্র পেলাই ।
দেখিয়ে ৰাম কৃষ্ণ দুহো ভাই ॥
আনন্দে বস্ত্র ভাল বাচি লৈল ।
আন বস্ত্র সব গোপক দেল ॥
দেখি গোপসব কৰিয়ে হৰিস ।
সিঙ্গা সঙ্খ ৰায়ে পুৰয়ে দসো দিস ॥
জয় জয় কৃষ্ণ কৰে সঘনে বোল ।
সমাজিক সব অব হৰি হৰি বোল ॥*॥৮৯॥

সূত্র ॥ আহে সমাজিক লোক ঃ শ্রীকৃষ্ণ ধোবাক মাৰি বস্ত্র পাৱল । তদনন্তৰে ঃ বেসাকাৰে১২০ আসি ঃ শ্রীকৃষ্ণক জৈচে বস্ত্র পৰিধান কৰাৱল ঃ তা দেখহ সুনহ ॥

১২০ । বেসকাৰ ঃ

কথা ॥ বেসকাৰ বোল ॥ আহে পৰমেশ্বৰ ঃ হামাৰ সুদিঅস তোহোক দৰসন ভেল ঃ মেৰি মহাভাগ্য মিলল ঃ তোহোক বস্ত্র পৰিধান কৰাইতে ঃ হামু ইহা আৱলু ॥*॥

সুত্র ॥ অহি বুলি ৰামকৃষ্ণক ঃ প্ৰনাম কৰে ঃ বস্ত্র পৰিধান অৰাঅল। আহে লোক ঃ পৰম কৃপালু ঃ শ্ৰীকৃষ্ণক চৰিত্র কি কহব ঃ বেসকাৰ কেৱল বস্ত্র পৰিধান কৰাৱল মাত্র ঃ অতৱে১২১ আপুন স্বৰূপ ততকালে দেলহ। ওঁহি কৃষ্ণক জেসবে একসৰন হুয়া ঃ সেৱা কৰব ঃ তাহেক কি কহব ঃ জানি কৃষ্ণত ঃ সৰন সাৰ কৰিএ ঃ নিৰন্তৰে হৰি বোল। তদনন্তৰে ঃ শ্ৰীকৃষ্ণ গোপসব সহিত ঃ সুদমা মালিৰ বাৰি প্ৰবেসল ঃ শ্ৰীকৃষ্ণক পেখি১২২ সুদমা পৰমানন্দে ঃ দণ্ডৱতে প্ৰনাম কৰল ঃ অতি সত্বৰে আসন দেলহ ঃ ৰাম কৃষ্ণ তথি বৈঠল ঃ পাদ্যঅৰ্ঘে গন্ধে ধুপে ঃ দিপে নৈবেদ্য দিএ ঃ অৰ্চ্চনা কৰল ঃ শ্ৰীকৃষ্ণ সুদমাক সবদ্ৰব্য ঃ স্বিকাৰ কয়ল ঃ সুদমা শ্ৰীকৃষ্ণক তুতি কৰল১২৩ ॥

সুদমা বোল ॥ পয়াড় ॥

জয় জয় কৃষ্ণ পুৰ্ন্ন য়বতাৰি।
জয় জয় কৃষ্ণ ভকতভয়হাৰি ॥

১২১। এতেকে ঃ ১২২। দেখি ঃ ১২৩। কৰিতে লাগল ঃ



জয় জয় কৃষ্ণ ব্ৰহ্ম অবিকাৰি।
জয় জয় কৃষ্ণ ভুবন আধাৰি ॥
সাফল জনম আজু ভেল১২৪ হামাৰি।
চৰনে সৰন হৰি লেলো তোহাৰি ॥
দুষ্টক বিনাসি হৰব ভুমি ভাৰ।
ভকতৰ ৰৈক্ষা হেতু ভয়ো অৱতাৰ ॥
তুহু জগত আত্মা চৈতন্য১২৫ দেৱ।
তোহাৰি সত্ৰুমিত্র নাহি কেৱ ॥
তবহু জোহি ভজয় তঝু পায়।
পাৱে প্ৰসাদ সোহি১২৬ তঝু পায় ॥
তোহাৰি চৰনে হৰি কৰোহো গোহাৰি।
হৈব১২৭ ভকত তঝু১২৮ সুহৃদ হামাৰি ॥
নাহি চাড়ব মুখে তুয়া গুননাম।
মাগো অতৱে বৰ তোহাকেৰি১২৯ ঠাম ॥*॥১০॥

সুত্র ॥ ওঁহি তুতি কৰিয়ে ঃ সুদমা দিব্য পুস্পআনি ঃ গোপসব সাহত ঃ ৰামকৃষ্ণক ঃ পুষ্পে ভুষিত কৰায়ল ঃ শ্ৰীকৃষ্ণ সুদমাৰ ভকতি দেখিয়ে১৩০ ঃ পৰম কৃপায়ে বৰ দেলহ ॥*॥

কথা ॥ কৃষ্ণ বোল ॥ আহে১৩১ সুদমা ঃ তোহাৰ সুদ্ধ ভকতি দেখিয়ে ঃ পৰম সন্তোস ভেলো ঃ হামাত তুহু জে

১২৪। ভেলি ঃ ১২৫। বন্ধু নিজ ঃ ১২৬। প্ৰভু ঃ ১২৭। হৈবা ঃ
১২৮। জন ঃ ১২৯। তোহাৰি ঃ ১৩০। পেখিয়ে ঃ ১৩১। হে ঃ

প্রার্থল১৩২ : সেসব সিদ্ধি হৌক : তোহাক অচলা লক্ষ্মি নাহি চাড়ব : বল আউ শ্রী জস বিভূতি সর্ব্বদা ৰহব : তোহাৰ বংসসব বাঢ়ব ॥*॥

সুত্র ॥ ওঁহি বুলি বৰ দিয়েঃ শ্রীকৃষ্ণ সুদমাক বাৰি চাড়ল : তদনন্তৰে : কংসক দাসি কুবুজি : কংসক লাগি চন্দন লিআ১৩৩ জাই : তাহে পেখি শ্রীকৃষ্ণ জৈচে চন্দন প্রার্থল১৩৪ : তা দেখহ সুনহ ॥

কথা ॥ কৃষ্ণ বোল ॥ আহে১৩৫ কুবুজি : তুহু কাহেক লাগি ওঁহি চন্দন নিয়া জাৱ : হামাত সত্বৰে কথা কহ : ওঁহি চন্দন হামাক দেহ : তব১৩৬ তোহাৰি পৰম কৈল্যান মিলব ॥

সুত্র ॥ শ্রীকৃষ্ণক : পৰম সুকুমাৰ ৰূপ পেখিয়ে : মধুৰ বানি সুনি : মোহহুয়া : সয়ন্ত্রি কৃষ্ণক জে বোলল : তা সুনহ ॥

কথা ॥ কুবুজি বোল ॥ আহে১৩৭ পৰম পুৰুষ পুৰুসোত্তম : হামু কংসক দাসি : সে কংস ৰাজা : হামাৰি চন্দনে মাত্র সন্তোস : ওঁহি চন্দনক জোগ্য : তোৰা ছুহো বিনে আৱৰি নাহি ॥*॥

সুত্র ॥ ওঁহি বুলি সয়ন্ত্রি আপুন হাতে : ৰামকৃষ্ণক সব সৰিৰ : চন্দনে ভুষিত কয়ল : পৰম কৃপায়ে শ্রীকৃষ্ণ : কুবুজিক প্রতি পৰম করুনা উপজল : সয়ন্ত্রিৰ পাৱত :

১৩২। প্রার্থনা কয়ল : ১৩৩। লৈয়া :
১৩৪। প্রার্থনা কয়ল : ১৩৫। হে : ১৩৬। তবে : ১৩৭। হে :



আপুন পাৱ দিএ : হস্তে চিবুকত ধৰিয়ে : উপৰক তুলি : সমান কয়ল১৩৮ : কৃষ্ণক পৰসে : পৰম সুন্দৰি ভেল : কামাতুৰ হুয়া : কৃষ্ণক বস্ত্রে ধৰিয়ে : সয়ন্ত্রি জে বোলল : তা দেখহ সুনহ : নিৰন্তৰে হৰি বোল হৰি বোল ॥*॥

গিত ॥ ৰাগ বেলোআৰ ॥ ৰূপক মান ॥

ধ্রুং ॥ গোবিন্দ কৰহোঁ কাতৰ পাৱে তোৰি১৩৯ ।
তোহাৰি পৰসে : কামে হামো আতুৰ :
জানি চলহ গৃহে মোই ॥

পদ ॥ তোহাকেৰি১৪০ সঙ্গ : তেজয়ে নাহি পাৰি :
মেৰি দেহা দহে কাম-আগি ।
কৰহু করুনা হৰি : চলহু ভবন মেৰি :
তুয়া পাৱে ওঁহি দান মাগি ॥
ইসত হসিত চারু : তেৰি কমল মুখ :
পেখি মোহিত মন১৪১ মেৰা ।
দাসি ভেলো তেৰি : বাঞ্চা পুৰহ মেৰি :
দেহু অধৰ মধু তেৰা ॥
হৰিক বস্ত্র ধৰি : বোলয় কাতৰ কৰি :
মদনে মোহিত মতি হুই ।

১৩৮। কৰাৱল : ১৩৯। তোই : ১৪০। আহাৰি : ১৪১। মতি :

কৃষ্ণক দাস ঃ দাস ৰাম চৰনে ঃ
কহে হৰি পদে গতি মোই ॥*॥৭॥

কথা ॥ সয়ন্ধ্রি বোল ॥ হে পৰমেস্বৰ শ্ৰীকৃষ্ণ ঃ তোহাৰি পৰসে ঃ হামো কামে আতুৰ ভেলো ঃ হামাৰ মন মদনে মৰ্দ্দয় ঃ জানি হামাৰ গৃহে চলহ ঃ মেৰি বাঞ্চা পুৰন কৰহ ঃ তোহাৰি পাৱে লাগো ॥*॥

সুত্ৰ ॥ সয়ন্ধ্রিক ঐচন ভাবনা১৪২ দেখি১৪৩ শ্ৰীকৃষ্ণ হাসি হাসিএ বোলল১৪৪॥*॥

কৃষ্ণ বোল ॥ হে সয়ন্ধ্রি ঃ তোহো কি কহৈচ-১৪৫ এখন১৪৬ হামাক ঃ একো নাহি বোলৰ ঃ জগতক বৈৰ কংস ঃ তাহেক মাৰি ঃ তোহাৰ থানে আবস্যে১৪৬ আৱব ঃ আজু তুহো ঃ গৃহে জাৱ ॥*॥

সুত্ৰ ॥ ওঁহি বুলি শ্ৰীকৃষ্ণ ঃ সয়ন্ধ্রিক আশ্বাস কয়ে পঠাৱল ঃ তদনন্তৰে ঃ বানিজাৰ সব ঃ পৰম সাদৰে ঃ বহুত দ্ৰব্য দিয়ে কৃষ্ণক পুজা কয়ল ঃ নাগোৰ নাৰিসব ঃ কৃষ্ণক পৰম সুন্দৰ ৰূপ পেখি ঃ কামে বিমোহিত ভেল ঃ বসন বলয়া খোপাসব খসল ঃ তাহাকো নাহি জানয় ঃ জৈচে চিত্ৰৰ পুতলি ঃ তদ্বত ভেল । শ্ৰীকৃষ্ণ পৰম কৌতুকে চলি জাই ঃ ধনুৰ্জাগসালা পাৱল ঃ কংসক দিব্য ধনু পেখি ঃ

১৪২। ভাৱ ঃ ১৪৩। পেখি ঃ ১৪৪। বোলয়ে লাগল ঃ ১৪৫। কহিতেচ ঃ ১৪৬। অৱস্যে ঃ



আনন্দে ধৰিবাক চলল ঃ তাহে পেখি ৰখিয়াসব বাধা কৰে বোলল । তা দেখহ সুনহ ॥

কথা । ৰখিআ বোল ॥ হে শ্ৰীকৃষ্ণ ঃ ওঁহি ৰাজাক ধনু ঃ তুহু নাহি ধৰব ॥*॥

সুত্ৰ ॥ শ্ৰীকৃষ্ণ বাধা নাহি মানিয়ে ঃ ধনুক ধৰি তুলি ঃ গুন লগাৱল ঃ হাসি হাসি, লিলায়ে টানি১৪৭ ঃ ধনুক ভাঙ্গল ঃ জৈচে মত্ত মাতঙ্গ ঃ ইক্ষু খণ্ড১৪৮ ভাঙ্গল ঃ তাহে পেখি ৰক্ষিয়াসব কোপে কৃষ্ণক ঃ অস্ত্ৰ ধৰিএ জুদ্ধক ধাৱল১৪৯ তাহে দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল ॥

গিত ॥ ৰাগ কানড়া ॥ পৰিতাল ॥

ধ্ৰুং ॥ ৰখিআ সেনা পেখি ধনুভঙ্গ ॥
ধাৱল অস্ত্ৰ ধৰিয়া১৫০ খঙ্গ ॥

পদ ॥ ধৰমাৰ বুলি১৫১ বেঢ়ল আসি ।
লৈলা ভাঙ্গা ধনু দোভায়ে১৫২ হাসি ॥
কোপে ৰামকৃষ্ণ তুহো ভাই ।
মাৰল সব সৈন্য তাহে কোবাই ॥
পঠাইল কংসে আৰো সৈন্যজত ।
সবাকো কোবাই কৰিলে হত ঃ ॥

১৪৭। টানল ঃ ১৪৮। খণ্ডল ঃ ১৪৯ ঃ কয়ল ঃ ১৫০। ধাৰকাৰ ঃ ১৫১ কৰি ঃ ১৫২। দুই ভাই ঃ

পাল্টি গোপ সমে ৰাম হৰি ।
নগৰ বাঝে ৰৈলা বাসা কৰি ॥
ভোজন কৈলা ৰঙ্গে দধি ভাত ।
আনন্দে থাকিলা স্তুতি সৈয়্যাত ॥
কৃষ্ণৰ চৰন ধৰিয়া মনে ।
কহে মুঢ়মতি ৰামচৰনে ॥*॥১২॥

সুত্ৰ ॥ ৰামকৃষ্ণ দুহুভাই ঃ ধনুভাঙ্গি সৈন্যসব মাৰি নিবৰ্ত্তিয়া জাই ঃ নগৰ বাহিৰে ৰহল ঃ ৰাজা কংস ধনুক ভঙ্গ স্তুনি ঃ নিসি নিন্দ্ৰা নাহি পাৱল ঃ মৃত্যু সুচক ঃ নানা বিধ বিমঙ্গল দেখল ঃ ৰজনি প্ৰভাতে উঠিএ মল্ল মহোৎস্বৱ কৰাৱল ঃ মন্ত্ৰি পাত্ৰসব সহিতে ঃ উচ্ছ্ৰিত ১৫৩ মঞ্চে ১৫৪ চড়ি ৰহল । শ্ৰীকৃষ্ণ প্ৰভাতে সৌচ সুদ্ধ হুই ঃ গোপসহিতে জাই ঃ ৰঙ্গদ্বাৰ পায়ল ১৫৫ ঃ অম্বুষ্ঠ হস্তিআৰে ১৫৬ ঃ দ্বাৰে ৰহৈছে ঃ তাহে পেখি কৃষ্ণ বোলল ১৫৭ ॥

কথা ॥ কৃষ্ণ বোল ॥ আহে ১৫৮ অম্বুষ্ঠ ১৫৯ ঃ হামু ৰঙ্গসালা চলব ঃ তুহু সত্বৰে দ্বাৰ চাড়হ ঃ জব ১৬০ দ্বাৰ নাহি ছাড়হ ঃ তব ১৬১ তোহাক জমপুৰে খেদাৱব ১৬২ ॥*॥

সুত্ৰ ॥ ওঁহি বুলি শ্ৰীকৃষ্ণ হস্তি হস্তিৱাৰে সহিতে ঃ জৈছে জুদ্ধ ১৬৩ কয়ল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

---

১৫৩ । উস্থত ঃ ১৫৪ । চাঙ্গে ঃ ১৫৫ । পাৱল ঃ ১৫৬ । হাথিআৰে ঃ ১৫৭ । বোল ঃ ১৫৮ । হে ঃ ১৫৯ । মাতঙ্গ ঃ ১৬০ । জাবে ঃ ১৬১ । তবে ঃ ১৬২ । পঠাৱব ঃ ১৬৩ । বন্ধ ঃ



পয়াড় ॥ কানাৰা ॥ পৰি াল ॥

স্তুনিয়ে অম্বুষ্ঠ কৃষ্ণক বানি ।
খুম্পিলে হস্তিক অঙ্কুসে হানি ॥
পদ ১৬৪ ॥ প্ৰমত্ত মাতঙ্গ বেগেহি জাই ।
ধৰিলে কৃষ্ণক সুণ্ডে মেহ্লাই ১৬৫ ॥
এড়াইলা মাধৱে কৰি আচোট ।
মাৰিলা হস্তিক মুষ্টিৰ চোট ॥
ভৰিৰ মাঝো ১৬৬ আৰ ভৈলা তাৰা ১৬৭ ।
নেদেখি সিতো তেজে ফোঙ্কাৰা ১৬৮ ॥
সন্ধি পাই পুনু ধৰিলা আসি ।
এড়াইল ১৬৯ বলে কৃষ্ণে হাসি হাসি ॥
লাঞ্জত ধৰিয়া টানত ১৭০ তাক ।
কৃষ্ণক নপাৱয় ধৰিবাক ॥
লাঞ্জৰ ১৭১ এড়িয়া মাৰি চাপৰ ।
পলাৱল হৰি ১৭২ দিয়া লৱৰ ॥
পাচত হস্তি খেদে ক্ৰোধ কৰি ।
পাৰিলা ১৭৩ ভুমিত সুণ্ডত ধৰি ॥
পাৱে ভিৰি দান্ত লৈলা উপাৰি ।
মাৰিল হাস্তক দান্তৰ বাৰি ॥

---

১৬৪ । পদ (লোপ) ঃ ১৬৫ । মেঢ়াই ঃ ১৬৬ । তলে ঃ ১৬৭ । তাৰ ঃ ১৬৮ । ফোকাৰ ঃ ১৬৯ । এড়াইলা ঃ ১৭০ । টানন্ত ঃ ১৭১ । লাঞ্জত ঃ ১৭২ । হস্তি ঃ ১৭৩ । পৰিল ঃ

মাৰিলা হুয়ো হস্তি হস্তিআৰ ।
জয় কৃষ্ণ বুলি কবৈ ১৭৪ জোকাৰ ॥*॥৩ ॥

সূত্র ॥ আহে সমাজিক লোক ঃ শ্ৰীকৃষ্ণ হস্তি মাৰি ঃ তাহেক দন্ত কন্ধে কৰিএ : গোপসব সহিত ঃ পৰম আনন্দে জৈচে ৰঙ্গসালা প্ৰবেসল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

## গিত ॥ নাটৰাগ ॥ পৰিতাল ॥

ধ্রুং ॥ চলে ৰাম কানাইৰে১৭৪ গোপ বালক সঙ্গেৰে ॥
সিঙ্গা সঙ্খ বেনু ঃ বাৱত গায়ত ঃ
নাচত হাসত ৰঙ্গেৰে ॥

পদ ॥ কান্ধত হস্তিৰ দান্ত ঃ দেখিতে আতি সুবেসৰে১৭৪ ।
মধুৰ মুৰুতি ধৰি ঃ ৰঙ্গসালা ভেলি কানু প্ৰবেসৰে ১৭৪ ॥
চৰন কমল মাঝে ঃ ৰতনৰ মঞ্জিৰ বাঝে ৰে১৭৪ ।
পেখিয়ে কানুক ৰুপ ঃ ভুলল সব সমাজে ৰে১৭৪ ॥
কানুৰ প্ৰসন্ন মুখ ঃ পঙ্কজ এ দৰসনে ৰে১৭৪ ।
আনন্দ সাগৰে মজল১৭৫ ঃ সবহু১৭৬ কহতু
ৰামচৰনে ৰে১৭৪ ॥*॥১৪॥

সূত্র ॥ আহে সামাজিক লোক ঃ শ্ৰীকৃষ্ণ গোপসব সহিত ঃ পৰম লাৱন্যমুৰ্ত্তি ঃ ৰঙ্গসালা১৭৭ মৈধ্যে প্ৰকাস কয়ল ।

১৭৪ । পাৰে ঃ ১৭৪ । ৰে (লোপ) ঃ ১৭৫ । মজিল ঃ ১৭৬ । সবহি ঃ ১৭৭ । ৰঙ্গসভা ঃ



সোহি সময়ে কৃষ্ণক ঃ লোকসবে দস প্ৰকাৰে দেখল ॥

শ্লোক ॥ মল্লানামশনিৰ্নৃণাং নৰৱৰঃ স্ত্ৰীণাং স্মৰো মূৰ্ত্তিমান্
গোপানাং স্বজনোহ সতাং ক্ষিতিভুজাং শাস্তা স্বপিত্ৰোঃ শিশুঃ
মৃত্যুৰ্ভোজপতেৰ্ৱিৰাড়ৱিদুষাং তত্ত্বং পৰং যোগিনাং
ৱৃষ্ণীনাং পৰদেৱতেতি ৱিদিতো ৰঙ্গংগতঃ সাগ্ৰজঃ ॥৭॥

সূত্র ॥ মল্লসবে১৭৮ বজ্ৰময় সৰিৰ১৭৯ দেখল ঃ অন্য১৮০ লোকে দেখল ঃ মনুস্য মধ্যত ঃ পৰম উত্তম মনুস্য ঃ নাৰিসবে দেখল ঃ কামেৰ মুৰুতি ঃ ওঁহি গোপসবে দেখল ঃ হামাৰি পৰম সুহৃদ ঃ ৰাজাসবে দেখল ঃ ওঁহি হামাৰ সাস্তা ঃ বসুদেৱ দৈৱকি বোলয়১৮১ ঃ ওঁহি হামাৰি পুত্ৰ ঃ কংস বোলয়১৮২ ঃ ওঁহি হামাৰি অন্তক ঃ অজ্ঞানিসকলে বোলে১৮৩ ঃ ওঁহি নন্দকুমাৰ ঃ জোগিসবে দেখয়১৮৪ ঃ ওঁহি ব্ৰহ্মতত্ত্ব ঃ বৃষ্ণিবংসে বোলয় ঃ ১৮৩ হামাৰ পৰম দেৱতা ঃ সবলোকে ৰামকৃষ্ণক আনন্দ মুৰুতি পেখি ঃ তৃপিতি নাহি টুটয় ঃ অন্যো অন্যে কৃষ্ণ গুন বৰ্ণাই ঃ আনন্দে নয়ন ভৰি ঃ পেখিয়ে ৰহল । তদনন্তৰে চানুৰ নামে মল্ল ঃ সভামৈধ্যে উঠি কহো ঃ কৃষ্ণক সম্মুখি জে ৱোলল ঃ তা সুনহ ॥

চানুৰ বোল ॥ ১৮৫ ৰামকৃষ্ণ ঃ তোৰা দুহুভাই বাহু জুদ্ধে পৰম সুসিখিত ঃ সুনি কহু ঃ কংসৰাজা

১৭৮ । তদনন্তৰে মল্লসবে ঃ ১৭৯ । কলেৱৰ ঃ ১৮০ । অন্যত্ৰ ঃ ১৮১ । বোলে ঃ ১৮২ । বোলে ঃ ১৮৩ । দেখল ঃ ১৮৪ দেখল ঃ ১৮৫ । আহে ঃ

দেখিবাক প্ৰতি অনাৱল ঃ জানি ৰাজাক পৃতি সাধি ঃ
তুহু হামো বাহু ধৰিএ ঃ মল্লজুদ্ধ কৰহোঁ।১৮৬ ঃ ৰাজাৰ
সন্তোসে ঃ সবাৰো সন্তোষ১৮৭ হয় ঃ সাস্ত্ৰে কহে ঃ
ৰাজা সৰ্ব্বভূতময় ॥

সুত্ৰ ॥ ঐচন চানুৰক বাক্য১৮৮ সু'ন ঃ শ্ৰীকৃষ্ণ বোল ॥*॥

হে চানুৰ ঃ প্ৰজা ভৈলে ঃ ৰাজাৰ পৃতি সাধিতে
উচিত হয় ঃ কিন্তু সমানে সহিতে বাহু জুদ্ধ কৰিয়ে ঃ
ৰাজাৰ পৃতি সাধহ১৮৯ ঃ তবে সভাসদক অধৰ্ম্মে
নাহি পাৱব ॥*॥

সুত্ৰ ॥ কৃষ্ণৰ বাক্য শুনিয়ে ঃ চানুৰ বোলল ॥*॥

চানুৰ বোল ॥ হে কৃষ্ণ ঃ তুহু বোলৱ ঃ হামো
বালক ঃ তুহু কাহে বালক ঃ তুহু সম বিৰ হামু
কৰহু১৯০ নাহি পেখি ঃ জে হস্তি কুৱলয় ঃ হাজাৰেক
হস্তিবল ঃ তাহেক তুহু মাৰল ঃ তোহাক সমান বিৰ
কমনে থিক ঃ তুহু হামাক সঙ্গে জুদ্ধ কৰহ ঃ মুষ্টিক
সহিত ঃ বলো জুদ্ধ কৰব ঃ ওঁহি অন্যায় নুহি ॥*॥

সুত্ৰ ॥ চানুৰক বানি সুনি ঃ শ্ৰীকৃষ্ণ জুদ্ধ কৰিতে ঃ চানুৰক
সমুখ ভৈলহ ঃ তদনন্তৰে ঃ মুষ্টিক সহিতে সঙ্কৰ্স'ন
জুদ্ধ কৰিতে লাগল ঃ তাহে পেখি নাৰিসব ঃ অন্যো
অন্যে সম্বুধি জে বোলল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে
হৰি বোল হৰি বোল ॥

১৮৬ । কৰব ঃ ১৮৭ । তুষ্ট ঃ ১৮৮ । বানি ঃ ১৮৯ । সাধব ঃ ১৯০ । কতিহু ঃ



গিত ॥ ৰাগ মল্লাৰ ॥ পৰিতাপ ॥

ধ্ৰুং ॥ আলো সই ঃ দেখোসই ঃ কানাইৰ চান্দমুখ ।
মধুৰ মুৰুতি স্যাম পেখি ১৯১ মিলে সুখ ॥

পদ ॥ অভাগি ১৯২ নাগেৰি আমি নাৰিগন জত ।
ঐচন প্ৰভুক দেখি ১৯৩ জুদ্ধ সময়ত ॥
কৰিলেক পুন্য কিবা ১৯৪ গোকুলৰ নাৰি ।
সদায়ে দেখয় ওঁহি ইস্বৰ মুৰাৰি ॥
ইসত হসিত চান্দ ১৯৫ মুখ দৰসনে ।
এড়ায়ে বিবিধ ১৯৬ তাপ সুখে গোপিগনে ॥
ধন্য ধন্য ব্ৰজনাৰি ১৯৭ সাফল জিৱন ।
সদা সৰ্ব্ব ভাৱে থাকে গোবিন্দতমন ॥
দেখন্তে সন্তোস মিলে ৰুপ মনোহৰ ।
ইহাঙ্ক জুঝয় মালে বজ্ৰ সমসৰ ॥
ধিক ধিক সবাকে ১৯৮ ইহাক জিতো চাৱে ১৯৯ ।
কহে ৰামচৰনে কৃষ্ণৰ দুই পাৱে ২০০॥১৩॥

সুত্ৰ ॥ আহে সামাজিক লোক ঃ ঐচন প্ৰকাৰে ঃ নাৰিসৱ
কৃষ্ণক চাহিএ ঃ বহুত খেদ কয়ল ঃ বসুদেৱ-দৈৱকি
পুত্ৰস্নেহে ঃ পৰম আকুল ভৈল ২০১ ঃ সোক-সৈল্যে
পিড়ল ঃ শ্ৰীকৃষ্ণে ভকতক দুখ দেখি ঃ মহাকোপে ঃ

১৯১ । দেখি ঃ ১৯২ । অভাগিনী ঃ ১৯৩ । দেখু ঃ ১৯৪ । কিছু ঃ ১৯৫ । ইতো ঃ ১৯৬ । বিৰহ ঃ ১৯৭ । ব্ৰজবাসি ঃ ১৯৮ । সভাক, সমাজ ঃ ১৯৯ । চায়ে ঃ ২০০ । পায়েঃ ২০১ । হোই ঃ

মল্লসব সহিতে জে জুদ্ধ কৰৰ : তা দেখহ সুনহ :
নিৰন্তৰে হৰি বোল হৰি বোল ॥

পয়াড় ॥ কানড়া ॥ পৰিতাল ॥

চানুৰ মুষ্টিক মল্ল বিসাল ।
তাহে সমে জুঝে ৰাম গোপাল ॥
পদ ২০২ ॥ তৰ্জ্জয় অন্যো অন্যে ক্রোধ কৰি ।
লাগিল হাতা-হাতি ধৰাধৰি ॥
মুষ্টিত মুষ্টি মাৰে বলে ৰাগি ।
আচাৰি পেহ্লাই মাটিক লাগি ॥
পুনুহু উঠি ভৰি ভৰি চান্দে ।
হাতক ২০৩ হাতে মালবান্ধে বান্ধে ॥
একপিণ্ড হুয়া বাগৰে পৰি ।
অন্তৰে কতো হুয়া এড়াএড়ি ॥
হাতত ধৰি দুয়ো দুইকো টানে ।
জানুত জানু শ্রমে দুয়ো হানে ॥
চানুৰক প্রতি কৃষ্ণে কুপিল ।
ধৰিআ মাটিত আচাৰ দিল
সেহি চোটে তাৰ প্রান চুটিল ।
ৰামে মুষ্টিকক চাপৰ দিল
চাপৰত তাৰ প্রান চোড়াইল ।
দেখি ক্রোধে মল্ল তোসল ধাইল ॥
লাথি হানি তাকো কৃষ্ণে মাৰলা ।

২০২ । পদ ( লোপ ) : ২০৩ । হাতত :



পাচে কুটমাল ধায়া আসিলা ॥
মুষ্টি ২০৪ হানি ৰামে তাকো মাৰিলা ।
সব মল্ল ৰামকৃষ্ণে নাসিলা ॥
ৰঙ্গে ৰামকৃষ্ণ গোপ সহিত ।
নাচন্তে ২০৫ লোকৰ মিলে ২০৬ উচ্ছু কৰ২০৭ ॥
মল্লবাদ্য বাৰে উস্বৰ ২০৮ কৰি ।
নাচন্ত কৃষ্ণে তাৰ চেৱ ধৰি ॥
দেখিয়া লোকৰ মিলে উচ্চৰ ।
আনন্দে কৰৈ জয়কৃষ্ণ ৰৱ ॥*॥১৬।

সুত্র ॥ আহে ২০৯ সমাজিক লোক : শ্রীকৃষ্ণ মালসব মাৰি : পৰম কৌতুকে : গোপসব সহিত : নৃত্য কয়ল : দেখি লোকসবে আনন্দ কয়ল : তদনন্তৰে : ৰাজা কংস পৰম ক্রোধে বক্কিতে ২১০ লাগল : তা দেখহ সুনহ ॥

কথা ॥ ৰাজা কংস বোল ॥ আহে হামাৰ কিঙ্কৰসব : ওঁহি বসুদেৱ পুত্র দুহু : পৰম দুৰ্য্যন : হামাৰি ২১১ আগে মল্লক বধ কয়ল : আৱাক নগৰৰ বাহিৰ কৰিএ খেদায় ওঁহি পৰম কপটি বসুদেৱক সত্বৰে মাৰহ : আহি দুষ্ট নন্দক বন্দি কৰহ : গোৱালসবক নিগ্রহিয়ে সব সৰ্ব্বস্ব আনহ : পৰম দাৰুন পিতৃ

২০৪ । মুঠি : ২০৫ । নাচন্ত : ২০৬ । বজ্জিয়া : ২০৭ : চিত্র :
২০৮ । উচ্চৰ : ২০৯ । হে : . ২১০ । বক্কয়ে : ২১১ । হামাক :

উগ্ৰসেন ঃ ইহাক সঙ্গি ২১২ সবাকে মাৰহ ॥

সূত্ৰ ॥ শ্ৰীকৃষ্ণ কংসক বাক্য ২১৩ সুনিয়েঃ মহা কোপেঃ জৈচে বধ কয়লঃ তাহে দেখহ সুনহঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

পয়াড় ॥ ধনশ্ৰী ॥ একতালি ॥

কংস বাক্য সুনি কোপে ২১৪ কৃপাল গোপাল ।
লঘিমা ২১৫ গুনক ধৰি ২১৬ তত কাল ॥
পদ ২১৭ ॥ বাউ বেগে ডেৰে উচ্চ মঞ্চত ২১৮ চড়িলা ।
দেখি কংসে ক্ৰোধে খাণ্ডা বাৰুক ধৰিলা ॥
খাণ্ডা উভি ২১৯ উধক বাৰুত দেই পাক ।
দেখি কৃষ্ণে চাম্পা দিয়া ধৰিলন্ত তাক ॥
পৰিলা উপৰে তাৰ পৃথিবিত পাৰ ।
জগতৰে ভৰে তাৰ প্ৰান গৈল চাড়ি ॥
চুলত ২২০ ধৰিয়া তাক ২২১ ফুৰাইলা ঘসাই ।
সমাজ্যাএ হাহাকাৰ কৰে চাই চাই ॥
কৃষ্ণৰ সমান ৰূপ পাইলা সিতো মৰি ।
সমৰ্জ্যাৰ লোকে ডাকি বোলা হৰি হৰি ॥*॥১৭॥

সূত্ৰ ॥ শ্ৰীকৃষ্ণ কংসক মাৰিঃ পৰম আনন্দে ৰহল । তদ-

২১২ । সঙ্গতি ঃ ২১৩ । ঐচন বানি ঃ
২১৪ । কোপি ঃ ২১৫ । মহিমা ঃ ২১৬ । আশ্ৰইয়া ২১৭। পদ (লোপ) ঃ
২১৮ । চাঙ্গত ঃ ২১৯ । উৰি ঃ ২২০ । চুলিত ঃ ২২১ । পাক ঃ



নন্তৰেঃ কংসক অষ্ট ভাইঃ ভাতৃক সোকেঃ কোপে খেদি আৱলঃ তাহে পেখি বলভদ্ৰঃ পৰিঘ ধৰিএঃ তাৰা সবক কোবাই মাৰল । কংস ৰাজা সত্ৰুভাৱে সৰ্ব্বদাৱেঃ শ্ৰীকৃষ্ণক মনে ধ্যান কয়লঃ মৰি কৃষ্ণক সাৰূপ্য পাৱলঃ জে সবে ভক্তিভাৱে সেৱা কৰয়ঃ তাহেক ২২২ কি কহবঃ জানি কৃষ্ণ ভকতি ২২৩ সাৰ কয়েঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

আহে ২২৪ সভাসদ লোকঃ পৰম কৃপাময় শ্ৰীকৃষ্ণঃ ভকত বৎসল গুনঃ প্ৰকাস কৰলঃ উগ্ৰসেনক সিংহাসনে বৈঠাইঃ ৰাজা পাতলঃ বসুদেৱ দৈৱকিক বন্ধন চোড়িঃ প্ৰনাম কৰিয়েঃ পৃতি বচন বুলিতে লাগল ॥*॥

কৃষ্ণ বোল ॥ হে পিতামাতাঃ হামাৰ নিমিতেঃ তোহোঁ ২২৫ বহুত দুখ পাৱলঃ সে অপৰাধ হামাৰি ২২৬ খেমা কৰহঃ হামো তোহাৰি পাৱে অতয়ে সাধো ২২৭ ॥

সূত্ৰ ॥ ঐচন পৰকাৰেঃ শ্ৰীকৃষ্ণ দুষ্টক দণ্ডিয়েঃ ভকতক দুখ দূৰ কয়লঃ শ্ৰীকৃষ্ণক ভকত বৎসলগুনঃ কি কহবঃ ইহা জানি কৃষ্ণ চৰন মনে ধৰিয়েঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

২২২ ! তাহেক মহিমা ঃ ২২৩ । চৰণে সৰন ২২৪ । হে ঃ ২২৫ । তোৰা দুষ্ট ঃ ২২৬ । হামাৰি (লোপ) ঃ ২২৭ । সাধি ঃ

গী ॥ ৰাগ কৈল্যান ॥ খৰমান ॥

জয় জয় জগতক : জনক জগজিৱন
নাৰায়ন জগধাতা।
জগত পৰম গুৰু : ভকত কলপতৰু
নিজজন ভৱভয়ত্ৰাতা ॥
পদ ॥ সুৰাসুৰ বন্দন : সোহি নাৰায়ন :
নৰৰূপে ভৱে ২২৮ অৱতাৰি।
ভুমিকহো ভাৰ : সয়াল ২২৯ উত্তাৰিলা
দুষ্ট দৈত্যসব মাৰি ॥
কুৱলয় কংস : দুষ্টমল্লমাৰি :
ভকত জনক কৰু ত্ৰান।
মাতৃপিতৃক : বন্ধন চোড়ি হৰি :
কয়লি দুখ নিৰজান ॥
জিৱ তাৰন হেতু : আসি গৰুড়কেতু :
কৰু বহু লিলা পৰকাস।
পৰম মুৰুখমতি : ৰামচৰনে কহে
কৃষ্ণ পদপঙ্কজ দাস ॥২৩০॥*॥১৮॥

সুত্ৰ ॥ আহে২৩১ সমাজিক লোক : শ্ৰীকৃষ্ণ কংসবধ নাম লিলাজাত্ৰা জেসবে শ্ৰদ্ধায়ে সুনে২৩২ : শ্ৰীকৃষ্ণ চৰনে তাহেৰ ভকতি বাঢ়ৱ২৩৩ : ইহাত ন্যূনাধিক : জে

২২৮। ভৱ : ২২৯। সয়ল :
২৩০। পাস : ২৩১। হে : ২৩২। কহে : ২৩৩। বাঢ়ব :



দোস হয় : সোহি হৰি চুৰি ৰিদুৰ কৰৱ২৩৪ : ওঁহি কংস-বধ জাত্ৰা : সম্পুৰ্ন ভেল ॥

অথ মুক্তি মঙ্গল ॥ ভটিমা ॥

জয় জয় কৃষ্ণ : দেৱ আদিমুল।
নাহি নাহি দেৱ : জোহি সমতুল ॥
জোহি ৰহত২৩৪ : হৃদি পঙ্কজ ঠাম।
সো হৰি চৰনে : কৰহো প্ৰনাম ॥১॥
জগত জনক২৩৫ সিৱ পুৰুস পুৰান।
মাযাগুন তিনি২৩৬ কৰু নিৰজান২৫৯ ॥
সৃষ্টি থিতি লয় লিলা কাৰি।
কৰতু মুকুতি নিত্য সোহি মুৰাৰি ॥২॥
মৎস্য কুৰ্ম্ম আদি জাকেৰি অংস।
জোহি২৩৭ জনম ভেলি জদুবংস ॥
দৈৱকি জঠৰে২৩৮ জোহি কৰু বাস।
সোহি কৰতু নিত্য মুকুতি পৰকাস ॥৩॥
চতুৰ বয়ন সুৰ সঙ্কৰ দেৱ।
জাকেৰি চৰনে কৰতু নিত্য২৪০ সেৱ ॥
দৈত্য দনুজ জন২৪১ নাসন কাৰি২৪২।
কৰতু মুকুতি নিত্য সোহি মুৰাৰি ॥৪॥

২৩৪। সে হৰিচৰনে দুৰ হয় : ২৩৪। কৰত : ২৩৫। জন :
২৩৬। জিনি। ২৩৭। সোহি : ২৩৮। উদৰে : ২৩৯। নিত্য ( লোপ : )
২৪০। নিত্যে : ২৪১। কুল : ২৪২। নাসকাৰি :

জাকেৰি তনু নিল জলধৰ ভাস ।
তথি কৰু পিত বসন পৰকাস ॥
সজ্ঝ-চক্র-গদা পঙ্কজ-ধাৰি ।
কৰতু মুকুতি নিত্য সোহি মুৰাৰি ॥৫॥
সত্য সনাতন জাকেৰি কায়া ।
জোহি২৪৩ অধিন কৰতু নিত্যমায়া ॥
সনক সনাতন জাক২৪৪ কৰু সেৱা ।
মুকুতি বিধান কৰু২৪৫ সোহি দেৱা ॥৬॥
ব্রহ্মকুল-কুমুদ ইন্দু বনমালি ।
জোহি২৪৬ পয়োভৰে মৰ্দ্দল কালি ॥
পুতনিক২৪৭ তন সোসনকাৰি ।
কৰতু মুকুতি নিত্য সোহি মুৰাৰি ॥৭॥
ধেনুক অঘ বক কেসি২৪৮ বিনাসি২৪৯ ।
ৰাখল অনুদিন গোকুলবাসি ॥
জোহি সকট বিঘটনকাৰি ।
কৰতু মুকুতি নিত্য সোহি মুৰাৰি ॥৮॥
গোপদ-ৰেনু বিভুষিত অঙ্গ ।
কয়লি জোহি ইন্দ্রমখ ভঙ্গ ॥
বামহাতে গিৰি মন্দৰধাৰি ।

২৪০। নিতে ঃ ২৪১। বুল ঃ ২৪২। ন্যসকাৰি ঃ ২৪৩। সোহি ঃ
২৪৪। জা ঃ ২৪৫। কৰত ঃ—পাঠান্তৰ ঃ ২৫৯। নিৰমান ঃ
২৪৬। সোহি ঃ ২৪৭। পুতনিকা ঃ ২৪৮। কেসিক ঃ ২৪৯। নাসি ঃ



কৰতু মুকুতি নিত্য সোহি মুৰাৰি ॥৯॥
কুৱলয় কংস কেসি মল্লমাৰি২৫০ ।
মাতু পিতু জোহি বন্ধন চোড়ি ॥
জোহি জদুকুল পালনকাৰি ।
কৰতু মুকুতি নিত্য সোহি মুৰাৰি ॥১০॥
জোহি সুৰাসুৰ নৰক বিদাৰি২৫১ ।
কৰু লিলা খিতি ভাৰ উদ্ধাৰি২৫২ ॥
ৰিপু জুথপ জোহি কৰু নিৰজান ।
সোহি কৰতু নিত্য মুকুতি বিধান ॥১১॥
ৰুক্মিনি-ৰমন পৃয় ৰমন ৰাম ২৫৮।
গোপ ৰমনি জন পুৰন কাম ॥
জাকেৰি নামে পাপকেৰি২৫৩ নাস ।
সোহি কৰতু মুকুতি পৰকাস ॥১২॥
সাল্ব২৫৪ শিশুপাল জো কৰু সাতি ।
মুৰখিন২৫৫ বান জৰাসন্ধ-ঘাতি ॥
পৃথিবিক২৫৬ ভাৰ কয়ল২৫৭ নিৰজান ।
সোহি কৰতু নিত্য মুকুতি বিধান ॥১৩॥
নৰহৰি মৎস্য কুৰ্ম্ম হলিৰাম ।
সিতাপতি বোধ বৰাহক নাম ॥

২৫০। মোড়ি ঃ ২৫১। নিবাৰি ঃ ২৫২। উত্তাৰি ঃ ২৫৩। পাপ কৰু ঃ
২৫৪। সল্ল ঃ ২৫৫। ক্ষিন, সুদক্ষিন ঃ ২৫৬। খিতিকেৰি ঃ ২৫৭। কয়ল ঃ
২৫৮। "ৰুক্মিনিৰমন পৃতিদ বলৰাম"।

কল্কি বামন ভৃগু পতি অৱতাৰ ।
সোহি কৰতু নিত্য মুকুতি পৰচাৰ ॥১৪॥
ভো ভো সাধু সভাসদ লোই ।
কৰ সাবধান বচনেকু মোই ॥
হৰি বিনে দেৱ নাহি নাহি আন ।
সাস্ত্র বিচাৰি দেখু পৰমান ॥১৫॥
ভাৰত বৰিসে জনম নৰ কাই ।
জাকেৰি বিহি বৰ বাঞ্ছি নপাই ॥
বিফলহি ঐচন জনম গোৱাই ॥
বিসয় কাচক মুলে মানিক বিকাই ॥১৬॥
কলি কলমস ঘোৰ পয়োধি উতাৰ ।
ভয়ো২৫৯ হৰি ভকতি ধৰম পৰচাৰ ॥
সকল ধৰম কহো ৰাজাজানি ।
সব কাম চোড়ি জপহু ৰামবানি ॥১৭ ॥
হৰি গুন নাম ভকতি অনুপাম ।
জাকেৰি থিক স্বৰ্গক২৬০ মন কাম ॥
কয় মন থিৰ জপহু ৰাম নাম ।
মাধৱ কহ২৬১ ডাকি বোলহু ৰাম ৰাম ॥১৮॥

—ইতি—

২৫৯। কয়ো : ২৬০। মুকুতিক : ২৬১। কহে :



( বৰপেটাৰ পৰা আনি কা: অ: সমিতিত ৰখা এখন সাচিপতীয়া পুথি, এখন নগাওঁ জিলাৰ বটদ্ৰৱা সত্ৰাধিকাৰ শ্ৰীহৰেন্দ্ৰ নাৰায়ণ দেৱ গোস্বামীৰ পৰা প্ৰাপ্ত ( তাৰিখ অজ্ঞাত ) আৰু ৰামদিয়াৰ পৰা পোৱা সাচিপতীয়া পুথি ( তাৰিখ অজ্ঞাত ) এখনৰ পৰা নকল কৰা হল। বৰ্ণবিন্যাস ৰামদিয়াৰ খনৰমতে আৰু পাঠান্তৰ আন খনৰ পৰা দিয়া হৈছে। )

## টোকা।

প্ৰথম শ্লোক ..................। ছন্দ—বসন্ততিলক ।
দ্বিতীয় শ্লোক.................. । ছন্দ তথা ।
তৃতীয় শ্লোক.................. । ছন্দ অনুষ্টুভ ।
চতুৰ্থ শ্লোক..................। ছন্দ তথা ।
পঞ্চম শ্লোক—ভাগৱৎ ১০।৩৮।২৮। ছন্দ তথা ।
ষষ্ঠ শ্লোক—ভাগৱৎ ১০।৩৮।২৯ । ছন্দ তথা ।
সপ্তম শ্লোক—ভাগৱৎ ১০।৪৩।১৭ । ছন্দ শাৰ্দূলবিক্ৰীড়িত ।

# দ্বিজ ভূষণ॥

## অজামিল উপাখ্যান নাট ॥

শ্রীকৃষ্ণায় নমঃ ॥

শ্লোক ॥ যশোদানন্দনং কৃষ্ণং ব্ৰহ্মাদিদেৱৱন্দিতম্ ॥
পাপিনিস্তাৰকং সৰ্ব্বলোকানাং পৰিপালকম্ ॥১॥
চৰাচৰাণাং লোকানামাশ্ৰয়ং পাপনাশনম ।
ভূভাৰহাৰকং দেৱং ৱন্দেহ হং জগতাংগুৰুম্ ॥২॥

অপিচ ॥

কান্যকুব্জগতো ৱিপ্ৰো দাস্যাঃ পতিৰজামিলঃ ।
যন্নামগ্ৰহণান্মুক্তস্তং নমামি পৰাৎপৰম্ ॥৩॥

নান্দ্যান্তে সূত্ৰধাৰঃ । অলমতি বিস্তৰেণ । প্ৰথমে মাধৱো সাধৱ ইত্যুক্ত্বা নত্বা নাৰায়ণং সভাসদঃ সম্বোধ্যাহ ॥

শ্লোক ॥ ভো ভোঃ সভাসদঃ সাধু শৃণুধ্বং শ্ৰদ্ধয়াধুনা ।
শ্ৰীশ্ৰীঅজামিলন্নাম নাটকং মুক্তিসাধকম্ ॥৪॥

অথ ভটিমা ॥ জয় নাৰায়ণঃ ভকত তাৰনঃ
পৰম ইশ্বৰ দেৱ ।

ব্ৰহ্মা মহেশ্বৰ ঃ আদি দেৱগন
সুৰাসুৰে কৰে সেৱ ॥
আছিল ব্ৰাহ্মন ঃ কৈনিজ পুৱত ঃ
অজামিল নামে খ্যাত ।
পৰম পতিত ঃ আতি মুৰ্খতম ঃ
বেস্যাত ভৈলা পতিত ॥
বিপ্ৰৰ ঔৰসে ঃ বেস্যাৰ গৰ্ভত ঃ
দস পুত্ৰ জাতভৈলা ।
আতি দায়াতৰে ঃ কনিষ্ঠ পুত্ৰৰ ঃ
নাৰায়ণ নাম থৈলা ॥
অনেক অধৰ্ম্ম ঃ কৰন্তে বিপ্ৰৰ ঃ
আয়ু ভৈলা সমাপত ।
ভয়ঙ্কৰ তিনি ঃ গোটা যমদুত ঃ
আগে ভৈলা উপগত ॥
ব্ৰাহ্মনক ধৰি ঃ নানা যত্ন কৰি ঃ
বান্ধিলেক হাততুলি ।
ভয়ে অজামিলে ঃ পুত্ৰক ডাকিল ঃ
আইস নাৰায়ণ বুলি ॥
বিপ্ৰৰ মুখত ঃ মৰন্তে সুনিয়া ঃ
হৰিৰ কীৰ্ত্তন ধ্বনি ।
প্ৰভু নাম লৱে ঃ বুলি খেদি আইল ঃ
বিষ্ণুদুত চাৰি প্ৰানি ॥



যমৰ দুতক ঃ খেদায়া বিপ্ৰৰ ঃ
কাটিলা বান্ধ হাতৰ ।
কোন তোবা সব ঃ বুলিয়া সোধয়
ডৰিয়া যমকিঙ্কৰ ॥
বদন সুন্দৰ ঃ স্যাম কলেৱৰ ঃ
জেন ৰশ্মি কৰে কান্তি ।
নাসা তিল ফুল ঃ অধৰ ৰাতুল ঃ
দসন মুকুতা পান্তি ॥
সঙ্খ চক্ৰ গদা ঃ পদ্ম শাঙ্গ‍ৰ্ধনু
সবে ধৰি আছা হাতে ।
ৰত্নৰ মেখলা ঃ কটি মাঝে জ্বলে ঃ
সোনাৰ কিঙ্কিনি তাতে ॥
সূৰ্য্য সম সবে ঃ জ্বলন্তে আছাহা
সমস্ত দিস প্ৰকাসি ।
মহা পাপি ইতো ঃ বিপ্ৰক নেহন্তে
কিসক বাধিলি আসি ॥
হেন সুনি হাসি ঃ চাৰি বিষ্ণুদুতে ঃ
দিলন্ত পাছে উত্তৰ ।
কোন পাপ পুন্য ঃ একো নাজানস ঃ
সুনৰে যমকিঙ্কৰ ॥
নাৰায়ণ নাম ঃ লৱে জিতো পাপি ঃ
জিফুৰে নাম সুমৰি ।

ইতো মোৰ দাস ঃ নছাড়ন্ত পাস
ৰাখিয়া ফুৰন্ত হৰি ॥
স্থনা সৰ্ব্বজন ঃ অজামিল নাট ঃ
স্থনা একমন কৰি ।
এড়া আন কাম ঃ বোলা ৰাম ৰাম
স্থখে সংসাৰক তৰি ॥

সূত্ৰ ॥ আহে সভাসদ লোক ঃ জে পৰম ইশ্বৰ নাৰায়ণ ঃ ভূমিক ভাৰ হৰন নিমিতে অবতৰল ঃ তাহাৰি নামৰ মহিমা কি কহব । কৈনিজ পুৰত অজামিল নামে এক ব্ৰাহ্মন থিক ঃ সে বেস্যাত পতিত হোৱন্তে মহাপাপ কয়ল ঃ তহেক সম পাপি জগতত নাহি ঃ সিতো অজামিল মৰন্তে ঃ নাৰায়ণ বুলি ঃ পুত্ৰক ডাকল ঃ এতেকে সমস্ত পাপ হন্তে মুক্ত হুয়া ঃ বৈকুণ্ঠ থান পাৱল ঃ তা দেখহ স্থনহ ঃ নিৰন্তৰে হৰি বোল ২॥

গীত ॥ ৰাগ আসোআৰি ॥ পৰিতাল ॥

ধ্রুং ॥ আৱত যমৰাজা কয় পৰচাৰ ।
সঙ্গে চিত্ৰগুপ্ত সেনা কৰত বিহাৰ ॥
পদ ॥ স্থন্দৰ আকৃতি আতি থুলন্তৰ কাই ।
পাৱৰ প্ৰহাৰে জেন পৃথিবি কম্পাই ॥



ছত্ৰ চামৰ ঢোলে নানা বাদ্য বাই ।
কৃষ্ণৰ দাস দ্বিজ ভুষণে গাই ॥৺॥১॥

সূত্ৰ ॥ ঐচন প্ৰকাৰে যমৰাজা প্ৰবেস কয়ে ঃ এক পাসে বৈঠিএ ৰহল ঃ তদনন্তৰে অজামিল নামে এক পৰম পতিত ব্ৰাহ্মন প্ৰবেস কয়ে আৱত ঃ তা দেখহ স্থনহ ঃ নিৰন্তৰে হৰি বোল ২॥

গীত ॥ ৰাগ কানড়া ॥ পৰিতাল ॥

ধ্রুং ॥ আৱত দ্বিজ অজামিল ৰঙ্গে ।
তুলসি ৰুদ্ৰাক্ষ মালা ঢুলায়ে অঙ্গে ॥
পদ ॥ মাথে ছত্ৰ হাতে কমণ্ডলু ধৰি ।
কান্ধে নৰগুণ পিত উত্তৰি ॥
বেদকৰ্ম্ম দ্বিজ পিতৃ মিলাইল ।
কহে দ্বিজ ভুষণে এ মন্দসিল ॥৺॥২॥

সূত্ৰ ॥ আহে সভাসদ লোক ঃ অজামিলৰ পিতৃ অজামিলক ঃ ফলপুষ্পাদি আনিতে ঃ জৈচে অৰণ্যে পঠাৱল ঃ তা দেখহ ॥

অ-পিতৃ বোল ॥ আহে বাপু অজামিল ঃ তোহোঁ হামাৰ পৰম দেৱতা ঃ হামাৰ জজ্ঞ কৰিতে লাগয় ঃ জানি তোহোঁ জজ্ঞৰ কাষ্ঠ, ফল, পত্ৰ, পুষ্প ঃ জে কিচো সম্ভাৰ অৰণ্যে মিলয় ঃ তাহেক আনিতে সত্বৰে চলহ ॥৺॥

সূত্ৰ ॥ বাপৰ বচন সুনিয়ে ঃ অজামিলে বুলিতে লাগল ॥

অজামিল বোল ॥ আহে পিতৃ ঃ হামো এখনে জজ্ঞৰ সম্ভাৰ আনবো ঃ তোহোঁ কিচো চিন্তা কৰবি নাহি ॥৯॥

সূত্ৰ ॥ উঁহি বুলি ঃ অজামিলে পিতৃবাক্য সিৰে লয়া ঃ অৰণ্যক প্ৰতি চলিয়ে গেলহ। জজ্ঞৰ সম্ভাৰ লৈয়া উলটি আসন্তে পথ সমিপে এক মন্দিৰে এক বেস্যাক ক্ৰীড়া দেখল ঃ তাহেক পেখি ঃ অজামিল মোহ হুয়া জৈচে কম্পিতে লাগল ঃ তা দেখহ সুনহ নিৰন্তৰে হৰি বোল২ ॥

## গীত ॥ ৰাগ তুড়ভাঠিআলি ॥ তাল জ্যোতি ॥

ধ্ৰুং ॥ ৰমনি খেলত ঃ পুৰুষক্ৰীড়ত ঃ হাস পৰিহাসে ॥
পদ ॥... ...

ক্ৰীড়ত ক্ৰীড়ত ঃ মদনে মোহিত চিত্ত ঃ
ৰঞ্জি পুৰুষক মন।
পেখি অজামিল ঃ মোহ হুয়া গইল ঃ
কহতু দ্বিজভুষন ॥০॥৩॥

সূত্ৰ ॥ ঐচন ক্ৰীড়া দেখিয়ে ঃ অজামিল মোহ হুয়া ঃ কম্পিতে লাগল ঃ সব সৰিৰ জৰ্জ্জৰিত ভেল ঃ জজ্ঞৰ সম্ভাৰ পেহ্লাৱল ঃ সব সৰিৰ ঘৰ্ম্মি গেল ঃ বিষ্ণু বিষ্ণু স্মৰি ঃ আন মন কয়ল ঃ বেস্যা বিনে আন দেখয়ে নাহি ঃ



চিত্ত থিৰ কৰিতে নাপাৰিয়ে ঃ বেস্যাক ডাকিতে লাগল ॥৯॥

কথা ॥ অজামিল বোল ॥ অয়ে ৰমনি সুন্দৰি ঃ তোহোঁ হামাৰ পতিব্ৰতা ভাৰ্য্যা ঃ তোহাক হামু পত্নি কয়ে ভজবো ঃ ইহাৰ অন্যথা নাহি ঃ হামাক জে পিতা মাতা ঃ তাহেক তেজবো ঃ জে কিচো থাপিত আছয় ঃ তাহেক তোহাক দিবহো ঃ হামু সত্য কয়ে বোললো ॥

সূত্ৰ ॥ অজামিলক সত্য বানি সুনিয়ে ঃ বেস্যা অজামিলক ভজিতে সন্মতি দিয়ে ৰহল ঃ জানি অজামিলে পিতৃৰ ধনবস্তু আনিয়ে ঃ বেস্যাক দিয়ে ঃ মন সন্তোস কৰাৱল ঃ বেস্যা সমে অজামিল এক মন্দিৰে ৰহল ঃ তদনন্তৰে ঃ বেস্যাত দস পুত্ৰ উপজল ঃ সে পুত্ৰসবক পুসিতে ঃ বেস্যা অজামিলক ধন আনিতে পাঞ্চল ঃ তা দেখহ ॥

বেস্যা বোল ॥ আহে ব্ৰাহ্মন ঃ তব পুত্ৰসব ভোখে বড় দুখ পাৱয় ঃ তোহোঁ কি দেখি আছহ ঃ তুহু সত্বৰে ধন আনিতে জাহ ॥

সূত্ৰ ॥ ব্ৰাহ্মনে বেস্যাৰ আজ্ঞা সুনিএ ঃ হাতত দাঙ্গ ধৰি বাহিৰ হৈয়া ঃ গ্ৰাম্য লোক পথিক, মহন্ত সজ্জন মাৰিয়ে ঃ চুৰি কৰি কহো ঃ বেস্যাক ধন আনি দেলহ ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল ২॥

গীত ॥ ৰাগ মাহুৰ ॥ পৰিতাল ॥

ধ্রুং ॥ চলে অজামিল ধন আনিতে ।
বজ্র লোহাৰ দাঙ্গ ধৰি হাতে ॥
পদ ॥ সাধু লোক দ্বিজ পিতৃ সুজন ।
মাৰি চুৰি কৰি আনল ধন ॥
অসতিৰ সঙ্গে তুষ্ট ভৈল মতি ।
কহে দ্বিজ ভুষণে গোবিন্দে গতি ॥*॥৪॥

সূত্র ॥ ঐচন প্রকাৰে অজামিলে মহন্ত সজ্জন মাৰিয়েঃ বেস্যাক ধন আনি দেলহঃ ধন পাই বেস্যা ৰমনিক হৰিস মিলল ঃ সে বহুত প্রসংসা কয়ল ॥

বেস্যা বোল ॥ আহে ব্রাহ্মন ঃ তুহু হামাক বহুত সন্তোস কৰাৱলি ঃ হামু বহুত সন্তোস পাৱলো ॥

সূত্র ॥ অজামিল ব্রাহ্মনে কোন দিন বেস্যাক নিমিতে ঃ ধন আনিতে নাহি পাৰল ঃ ওহি কাৰণে ব্রাহ্মনক গালি পাৰিতে লাগল ॥

বেস্যা বোল ॥ আহে ব্রাহ্মন ঃ তুহু কোন অধম ঃ আৰ্জ্জিত ধন আনিতে কতিহু গহ কৰহ ঃ অকুল পুত্র ঃ তোহাক আজু বিষ্ঠা-মুতে ভোজন কৰাৱব ঃ আজু তুহুঁ বাহিৰে পৰি ৰহ ॥

সূত্র ॥ সিতো অজামিলে ঃ গালি সুনিয়ে ঃ গালি দিয়ে ৰহল ঃ অজামিলৰ ঃ অনেক অধৰ্ম্ম কৰিয়ে ঃ পুত্র



ভাৰ্য্যা পুসিতে ঃ পুৰ্ব্ব কাল গেল ঃ আয়ু সমাপতি ভেল ঃ তবো একো কৰ্ম্ম কৰিতে সামৰ্থ্য নাহি ভেল ঃ বৃদ্ধ বয়সত জ্ঞান নাহি উপজল । কনিষ্ঠ পুত্রৰ নাৰায়ণ নাম থৈলা ঃ তাহেক জৈচে বহুত লালনা কয়ল ঃ তা দেখহ ॥

অজামিল বোল ॥ আহে বাপু নাৰায়ণ ঃ হামাৰ সমিপে সত্বৰে আৱ ঃ নাৰায়ণ হামাৰ কোলে চড়হ ঃ নাৰায়ণ হামাক চুম্বন দেহ ঃ নাৰায়ণ ভোজন কৰহ ঃ নাৰায়ণ উঠহ ঃ নাৰায়ণ বৈঠহ ঃ নাৰায়ণ সয়ন কৰহ ॥

সূত্র ॥ ওহি প্রকাৰে ঃ অজামিলে সচিতে সোপনে ঃ নাৰায়ণ নাৰায়ণ বুলি পুত্রক ডাকত ঃ খানিকো পাসৰয়ে নাহি । অজামিলৰ আয়ু সমাপতি ভেল ঃ ঘোৰ অন্তকাল পৰল ঃ সোহি সময়ে ধৰ্ম্মৰাজা তিনিদুত পাঞ্চল ঃ তা দেখহ ॥

ধৰ্ম্মৰাজা বোল ॥ অয়ে তিনিদুত ঃ তোৰাসবে পৃথিবিক জাহ ঃ জে পাপিসবে কৃষ্ণৰ গুননাম কীৰ্ত্তন নাহি কৰয় ঃ তাহেক হাতে গলে বান্ধিয়ে ঃ লোহাৰ দাঙ্গে কোবাই ঃ এখানে নৰকে পেহ্লাৱবি ঃ তোহো সত্বৰে চলহ ॥

সূত্র ॥ ধৰ্ম্মৰাজে দুতক পাঞ্চিয়ে ঃ চিত্রগুপ্তক বোলল ॥

ধৰ্ম্মৰাজা বোল ॥ আহে চিত্ৰগুপ্ত ঃ কোন পাপিৰ আউ সমাপতি ভেল ঃ পত্ৰ চাহি সত্বৰে কহ ॥

সূত্ৰ ॥ চিত্ৰগুপ্ত বোল ॥ আহে দূতসব ঃ কৈনিজপুৰত অজামিল নামে ব্ৰাহ্মনৰ আয়ু সমাপতি ভেল ঃ তাহেক সত্বৰে আন গিয়া ॥

সূত্ৰ ॥ ঐচন আজ্ঞা পায়া তিনিদূত ঃ অজামিলক নিতে আৱল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গীত ॥ ৰগ গৌৰী ॥ ৰূপক তাল ॥

ধ্ৰুং ॥ আৱত তিনিদূত আতি ভয়ঙ্কৰ ।
দুই আখি ৰঙ্গা ঘনে কম্পাই অধৰ ॥
পদ ॥ পদহাত ভেঙ্গুৰা থুলন্তৰ জাঙ্গ ।
হাতে পাস জড়ি সমে লোহাৰ দাঙ্গ ॥
পাপিক বিচাৰি ফুৰে প্ৰৱন্ধে ।
কহে দ্বিজ ভুষণে গতি গোবিন্দে ॥৯॥৫॥

সূত্ৰ ॥ আহে সমাজিক লোক ঃ দেখু দেখু ঃ জে সবে কৃষ্ণৰ কীৰ্ত্তন নাহি কৰয় ঃ তাৰাসবক ভয়ঙ্কৰ তিনি দূতে ধৰি নিয়া ঃ যমনগৰে ঘোৰ নৰকত ঃ জাতনা ভুঞ্জাৱে ঃ জে সবে কৃষ্ণত সৰন লৈয়া ঃ নামকীৰ্ত্তন কৰয় ঃ তাহাক সমিপ ন চাপয় ঃ ইহা জানি ঃ কৃষ্ণত সৰন



লৈয়া ঃ হৰি বোল হৰি ঃ তদনন্তৰে তিনি দূতক দেখি কহো ঃ জাতনাক মনে কৰিয়ে ঃ অজামিলৰ ধাতু উড়িয়ে গেল ঃ ভয়ে অজামিল পুত্ৰ নাৰায়ণক ডাকল ॥

অজামিল বোল ॥ আহে বাপু নাৰায়ণ ঃ সত্বৰে আৱ ॥

সূত্ৰ ॥ তিনিদূতে বিপ্ৰক ধৰি ঃ জিৱ বাঝ কৰিয়ে ঃ জাতনা দেহাত ভৰায় ঃ পিঠিকুৰা হাতে বান্ধি ঃ গলত চামৰ দোল লগায়া ঃ আজুৰি নৰকে নিতে চাহে । সোহি সময়ে ঃ চাৰি বিষ্ণুদূতে মৰন্তাজনক মুখে নাম কীৰ্ত্তন সুনিতে বিমানে ভ্ৰময় ঃ ওহি বিপ্ৰৰ আৰ্ত্তনাদ সুনিয়ে ঃ ছাড় ছাড় বুলি ঃ ক্ৰোধে খেদি আৱল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি ॥

গীত ॥ ৰাগ বসন্ত ॥ তাল জ্যোতি ॥

ধ্ৰুং ॥ দেখিয়া চাৰি বিষ্ণুৰ চৰ ।
পিতবস্ত্ৰ স্যাম কলেৱৰ ॥
পদ ॥ বিমানে কৌতুকে ভ্ৰমে আকাসে ।
ভকতৰে আসে কৃষ্ণ আদেসে ॥
বিপ্ৰে নাম লৈলা সুনিলা তাক ।
ছাড় ছাড় বুলি পাৰয় ডাক ॥
পৱন সঞ্চাৰে পাইলেক আসি ।
কোবাৱে দূতক গদা উল্লাসি ॥

পলাইল তিনি দুত ভয় মনে ।
কহে দ্বিজ ভুষণ কৃষ্ণ চৰণে ॥*॥৬॥

সূত্ৰ ॥ পাৰিসদসবে ঃ তিনি যমদুতক কোৰ কিল মাৰল ঃ চৰৱ চোটত সেসবৰ গাল ভেঙ্গুৰা ভেল ঃ ব্ৰাহ্মনক এড়ি তত্ত্বক্ষনে অন্তৰিক্ষ ভেল ঃ ভুমিত পৰি কেঙ্কাতে ৰহল । পাৰিসদসবে চক্ৰ ধৰিয়ে ঃ হাত গলক বান্ধ কাটল ঃ অজামিলৰ সৰিৰ পূৰ্ব্ববৎ ভেল ঃ পাৰিসদসবে মনোহৰ মুৰুতি নিৰেখি ৰহল । তদনন্তৰে তিনি যমকিঙ্কৰে কৰ জোড়ি বিষ্ণুদুতক পুচয়ে লাগল ।

যমদুত বোল ॥ আঃ তোৰাসব কোন দেৱতা ঃ কৈৰহন্তে আসি আচাঃ তোহোঁ কোন ইশ্বৰ ঃ ধৰ্ম্মৰাজাৰ কেনে আজ্ঞা ভঙ্গ কৰহ ঃ কোন অপৰাধে হামাক মাৰহ ঃ জানু তোৰাসব সিদ্ধতো উত্তম ঃ হামু নজানি পুচলো ঃ জানি হামাৰ দোস ক্ষমা কৰহ । হেন ৰূপ নাহি দেখোঁ ঃ স্যাম তনু ঃ পিত বাস ঃ কমল লোচন ঃ পূৰ্ণচন্দ্ৰ বদন ঃ ৰত্নৰ কিৰিটি ঃ মকৰ কুণ্ডল ঃ দসন মুকুতাপান্তি ঃ নাসা তিলফুল ঃ অধৰ ৰাতুল ঃ বহল হৃদয় ঃ চাৰু চতুৰ্ভুজ আজানুলম্বিত ঃ বণমালা ৰত্নৰ মেখলা পাটপিতভুনি ৰঞ্জিত সৰিৰ ঃ জোতি দিস প্ৰকাশয় ঃ তোৰাসবৰ ৰূপ বৰ্নাইতে নাহি পাৰি ঃ হামু ধৰ্ম্মৰাজাৰ কিঙ্কৰ ঃ



তাহাক আদেসে ঃ ওহি পাপিক বান্ধিয়ে ঃ লৈয়া নৰকে জাঞঁ ঃ কি কাৰণে ইহাক ৰাখহ ঃ হামাক সত্বৰে কহ ॥

বিষ্ণুদুত বোল ॥ আহে তিনি চোৰ ঃ তুহুঁ ভয়ে ধৰ্ম্মৰাজাক কথা কহ ঃ তুহুঁ জদি ধৰ্ম্মৰাজাক দুত ঃ তেবে সত্বৰে ধৰ্ম্মেৰ সিদ্ধান্ত দেহ ॥

সূত্ৰ ॥ ঐচন বানি সুনিয়ে ঃ তিন দুতে সিদ্ধান্ত দেলহ ॥

যমদুত বোল ॥ আহে মহন্তসব ঃ হামু মুঢ়মতি তোহাত কি কহব ঃ তথাপি জে জানু ঃ তা কহব । বেদৰ বিহিত কৰিলে ঃ মহাপুন্য হয় ঃ বেদৰ বিহিত না কৰিলে ঃ মহাপাপ হয় ঃ চাৰিও জাতিৰ বেদেসে প্ৰমান ঃ ওঁহি কৃষ্ণৰ আজ্ঞা বানি জে ভঙ্গ কৰে ঃ সে মহা অজ্ঞান ঃ মহাপাপি ঃ তাহেক হামু মহা দণ্ড কৰহোঁ । চৌদ্ধ সাথিত প্ৰমান ঃ ধৰ্ম্মৰাজা আপুনে দেখত ঃ হামাক পাচয় ঃ হামু কৰ্ম্মৰ উচিত জাতনা ভুঞ্জাঞঁ ঃ ওঁহি অজামিল পুৰ্ব্বত ধৰ্ম্মমতি থিক ঃ পৰম সদাচাৰি কৰ্ম্মিষ্ঠ ব্ৰাহ্মন ঃ আসতি বেস্যাত পতিত হুয়া ঃ জাতিকুল নষ্ট কয়ল ঃ স্মৃতি মন্ত্ৰ সবাকো এড়ল ঃ বেস্যাৰ অন্ন ভুঞ্জল ঃ এতেকে ইহাক বান্ধিয়ে ঃ নৰকে লৈয়া জাঞঁ ঃ তোৰাসবে অযুগুত কৰ্ম্ম কৰি ঃ ইহাক ৰাখলি ঃ জানলু বেদপথ লুপ্ত ভেল ॥

সূত্ৰ ॥ ওঁহি বুলি ঃ তিনি দূত মৌনে ৰহল ঃ তদনন্তৰে চাৰি পাৰিসদে ডাকি জে বোলল ॥

পাৰিসদ বোল ॥ অয়ে তিনি দুত ঃ কোন ইশ্বৰৰ ধৰ্ম্মৰাজা ঃ তোৰাসবে জানয়ে নাহি ঃ তাহেক মহাজ্ঞানী জানি ঃ শ্ৰীকৃষ্ণে ৰাজা পাতি থৈয়াছে ॥ পাপিক সমুচিত দণ্ড কৰিতে চাৱ ঃ ধৰ্ম্মৰাজা অন্যায় কৰাৱে ঃ লোক হন্তে সঞ্জাত কৰয় । তোৰাসবে নামৰ মহিমা জানয়ে নাহি ঃ অৰ্দ্ধ নামে পাপ সংহাৰিতে পাৰি ঃ ওঁহি জে চাৰি অক্ষৰ নাম উচ্চাৰন কয়ল ঃ এতেকে মোক্ষ পাইবাৰ জোগ্য ভেল । নামৰ মহিমা কহিয়ো অন্ত নাপাই ঃ জেন সিংহৰ ৰাৱ সুনিলে ক্ষুদ্ৰ মৃগ পলাই ঃ জুই দিলে তৃন-কাষ্ঠ ভস্ম হয় ঃ সোহিপ্ৰকাৰে জ্ঞানী বা অজ্ঞানিসকলে হৰিৰ নাম কীৰ্ত্তন কৰিলে ঃ সকলো পাপ নষ্ট হয় । অয়ে তিনি দূত ঃ নামৰ আৰৰ মহিমা কহোঁ ঃ সুনহ । সুৰাপান ঃ অগম্যাগমন ঃ মিত্ৰদ্ৰোহ ঃ পিতৃমাতৃ বধ ঃ আদি সমস্ত পাপ বিষ্ণুৰ নাম উচ্চাৰণে নষ্ট হয় ঃ হৰিনামকীৰ্ত্তন মহিমা কৃষ্ণতো অধিক থিক । অজামিলক সমস্তে পাপ নষ্ট ভেল ঃ ইহাৰ তোৰা দোস ধৰবি নাহি ঃ জানু তোৰা হামাৰ পাচত ধৰি নিতে চাৱ ঃ অয়ে ৰহৰহ ঃ ইহাৰ সাখি দেঞ ॥

সূত্ৰ ॥ ওঁহি বুলি ঃ চাৰি বিষ্ণু দুতে ঃ হাতে গদা তুলি খেদি জাই ঃ তাহে পেখি তিনি দুত ঝাম্প দিয়ে পলাৱল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰিবোল হৰিবোল ॥



**গীত ॥ ৰাগ আসোৱাৰি ॥ পৰিতাল ॥**

ধ্ৰুং ॥ গৈলন্ত তিনি দুত ঝাম্পত ঝাম্পে ।
পলাই সবিৰ ত্ৰাসত কাম্পে ॥

পদ ॥ লৰৱিয়া জাই গদা উল্লাসি ।
পলাই দুত দেখি কৌতুকে হাসি ॥
ধৰ্ম্মৰাজাৰ পাস পাইলা জাই ।
কহে দ্বিজ-ভুষণে হৰিগুন গাই ॥৯॥৭॥

সূত্ৰ ॥ তদনন্তৰে ঃ সোহি অজামিল ঃ যমদুতৰ হাঁত এড়াই ঃ পৰম হৰিসে উঠিয়ে ঃ চাৰি সিদ্ধক নমস্কাৰ কয়ল ঃ প্ৰেম উপজল ঃ তনু ৰোমাঞ্চিত ভেল ঃ তাসম্বাক কথা পুচিবে খোজন্তে ঃ চাৰি পাৰিসদ অন্তৰ্দ্ধ্যান ভেল ঃ পাৰিসদক নাহি দেখিয়ে ঃ অজামিল ক্ৰন্দন কৰিতে লাগল ॥

**অজামিলৰ বিলাপ ॥**

**গীত ॥ ৰাগ বেলোৱাৰ ॥ ৰূপক তাল ॥**

ধ্ৰুং ॥ হৰি হৰি মোৰ গতি ঃ কান্দে বিপ্ৰ ভুমি লুটি
সোকে আতি পৰি দুখ মনে ।
মোৰ মহা উপকাৰি ঃ কৈক গৈলা বান্ধ ছাৰি ঃ
আগে দেখা দিয়া এতিক্ষনে ॥

পদ ॥ মোক নৰকৰ তাৰি ঃ হে বন্ধু সিদ্ধচাৰি ঃ
কৈক গৈলা এড়ি পাতকিক ।
তুমি সব অবিহনে ঃ ধৰো প্ৰান কিকাৰনে ঃ
মোহোৰ জিৱন ধিক ধিক ॥
মোৰ গতি হৰি নাম ঃ কৰো আবে কোন কাম ঃ
এহি বুলি গুণয় মনত ।
মহন্তৰ সঙ্গ পাই ঃ সবে স্নুদ্ধ ভৈলা কাই ঃ
কহে দ্বিজ-ভূষণে আনত ॥*॥৮॥

কথা ॥ অজামিল বোল ॥ হৰি হৰি ঃ হামু মহাপাপি ঃ তিনি দুতে নৰকে লৈয়া জাই ঃ চাৰি পাৰিসদে আসি ৰাখল ঃ তাৰাৰ মুখে নামৰ মহিমা স্নুনলো ঃ পাপিনি বেস্যাৰ সঙ্গে নিজ কুল নষ্ট কয়লো ঃ ধন লোভে মহন্তক দুখ দেলোহো ঃ সোহি পাপে নৰকে দুখ ভুঞ্জোহো ঃ হৰি হৰি ঃ পাতকিৰ কোন গতি হৈব ঃ জানো হৰি বিনে গতি নাহি ঃ আজু চাৰি সিদ্ধক বচনে প্ৰমান ঃ কৃষ্ণ বিনে কৃপাময় দেৱ নাহি ঃ জানিয়ে কৃষ্ণৰ চৰণে সৰন লৈলোহো ঃ কৃষ্ণ নাম গলে বান্ধলো ঃ কৃষ্ণত বিক্ৰয় গৈলো ঃ কৃষ্ণ-কথা মুখে লৈবো ঃ কৰ্ণে কৃষ্ণ-কথা স্নুনবো ঃ নেত্ৰে ভক্তক দেখবো ঃ হস্ত দুহো কৃষ্ণৰ কৃত কৰবো ঃ সিৰে কৃষ্ণক নমস্কাৰ কৰবো ঃ প্ৰথমে ভক্তৰ সঙ্গ লৈবো জেন পুনৰূপি জাতনাত নজাঞ । হে কৃষ্ণ ৰাপ ঃ ত্ৰান কৰহ ॥



সূত্ৰ ॥ অজামিলে কৃষ্ণক স্নুমৰি বহুত ক্ৰন্দন কয়ল ঃ গঙ্গা-তীৰে চলল ঃ গঙ্গাজলে স্নান কৰিয়ে ঃ দেৱ-মন্দিৰে ৰহল ঃ তথি চাৰি সিদ্ধে বিমানে আৱল ঃ অজামিলে সোহি পাৰিসদক নমস্কাৰ কয়ল ঃ তদনন্তৰে কৃষ্ণ বুলি প্ৰাণ ছাড়ল ঃ কৃষ্ণৰ সমান ৰূপ পাৱল ঃ পাৰি সদে ধৰি তাহাক আশ্বাস কয়ল ঃ অজামিল চতুৰ্ভুজ ৰূপে বৈকুণ্ঠে চলল । আহে সমাজিক লোক ঃ ওহি অজামিল ঃ বেস্যাৰ পতি মহাপাপি ঃ মৰন্তে নাৰায়ন বুলি পুত্ৰক ডাকল ঃ এতেকে চতুৰ্ভুজৰূপে ৰথে চড়ি বৈকুণ্ঠ পাৱল ঃ পাৰিসদে তিনি দুতক মাৰি খেদাৱল ঃ তাৰা সবে যমৰাজাৰ অগ্ৰে ঃ কান্দি কান্দি গোচৰ দেলহ ঃ তা দেখহ স্নুনহ ঃ নিৰন্তৰে হৰিবোল হৰিবোল ॥

গীত ॥ ৰাগ সুহাই ॥ তাল জ্যোতি ॥

॥ কান্দে তিনি দুত পৰি অনুৰাগে ।
কৰত বিলাপ ধৰ্ম্মৰাজা আগে ॥
পদ ॥ ভুমিত লুটিয়া কান্দন্ত মকমকি ।
ত্ৰাস মিলল সব সমজ্যাৰে দেখি ॥
পুচল ধৰ্ম্মৰাজায়ে তাহাক আশ্বাসি ।
কহয় ভুষণ দ্বিজ কৃষ্ণক উপাসি ॥*॥৯॥

সূত্ৰ ॥ দুতৰ ক্ৰন্দন পেখি সমজ্যাৰে ত্ৰাস ভেল ঃ পেখি ধৰ্ম্মৰাজা দুতত পুচল ॥

ধৰ্ম্মৰাজা বোল ॥ আহে দূতসব ঃ কি ভেল ঃ
কি নিমিতে তোহো ক্রন্দন কৰহ ঃ সত্বৰে কহ ॥

সূত্র ॥ ঐচন বানি সুনিয়েঃ দূতে জে বোলল ॥

কথা ॥ দূত বোল ॥ হে প্রভু ঃ হামাৰ অৱস্থা কি কহব ঃ এক পাপি অজামিলক বান্ধি আনন্তে ঃ সে নাৰায়ণ বুলি ডাকল ঃ কৈৰ চাৰি গোটা সিদ্ধে সুনল ঃ ভয় নাহি বুলি খেদি আসিয়েঃ নুপুচি হামাক বহুত মাৰল ঃ বেত্রৰ প্রহাৰে হামাৰ ধাতু উড়ি গেল ঃ চৰবৰ চোটে গাল ভেঙ্গুৰা ভেল ঃ গদাৰ কোবত হাড় ভাঙ্গল ঃ কথমপি প্রান ৰহল ॥ তাৰা কৈৰ দূত ঃ তোমাৰ আজ্ঞা ভাঙ্গল ঃ হামাক বহুত গৰিহা বোলল ঃ নিচিনাইলে ইবাৰ সমুলি মাৰব ঃ হামাক পৰিচয় কৰাৰ ॥

সূত্র ॥ দূতৰ বানি সুনি ধৰ্ম্মৰাজা বোল ॥ অয়ে দূতসব ঃ তোৰাসবে নাজানি হামাক ইশ্বৰ বোলস ঃ চৰাচৰ জগতক গুৰু কৃষ্ণসে ইশ্বৰ ঃ ব্রহ্মা মহেসে জাহাৰ আজ্ঞা পালয় ঃ হামি তাহাৰ এক কিঙ্কৰ । মনুষ্য সৱিৰে ঃ জাৰাসবে কৃষ্ণত ভকতি নকৰি ঃ পুত্রভাৰ্য্যা পোসয় ঃ সেহি পাপিক ধৰি নিয়া ঃ নৰকে ভুঞ্জাৱ । কৃষ্ণদূতসবে ঃ চতুৰ্ভুজ ৰূপে ঃ ভকতক ৰাখি ঃ আকাসে ভ্রময় ঃ জে গ্রামে কৃষ্ণৰ কীৰ্ত্তন কৰয় ঃ সোহি গ্রামৰ নিকট নচাপিবি ঃ বিষ্ণু ভকতক দেখি ঃ দূৰতে



পলাইবি ঃ তবে হামাক ৰাখিবি । ভকতৰ পাছে পাছে ঃ হৰি চক্র ধৰি ফুৰয় ঃ লাগ পাইলে চক্রে কাটি খণ্ড খণ্ড কৰব ঃ ভয়ে পলাবি ঃ ওচৰ নচাপিবি ঃ মোহোত দোস নাই ॥

সূত্র ॥ ওহি বুলি ঃ যমৰাজা চিত্ত স্থিৰ কৰিয়ে ঃ কৃষ্ণক স্মৰি পুনু জে কহল ঃ তা দেখহ ॥

যমৰাজা বোল ॥ হে কৃষ্ণ ঃ তোহাৰ নামক মহিমা কি কহবো ঃ নজানি সেৱকে অপৰাধ কয়ল ঃ সোহি দোস ক্ষমা কৰহ ঃ সোহি দোসে হামাক পাৱল ঃ তোহাৰ চৰণে কাতৰ কৰহোঁ ঃ দান্তে তৃণ ধৰো ঃ তোহাৰ দাসৰো দাস ভেলো ঃ নিজ ভৃত্য বুলি অপৰাধ মৰসন কৰহ ঃ হামু মূঢ়মতি নজানি অপৰাধ কয়লো । হে প্রভু ঃ দোস ক্ষমা কৰহ ॥

সূত্র ॥ ওহি বুলি ঃ যমৰাজা কৃষ্ণৰ চৰণ চিন্তিয়ে ঃ মৌনে ৰহল ঃ বিস্তৰ নামৰ মহিমা সুনিয়েঃ দূতসবে মহাভয়ে কাম্পিতে লাগল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰিবোল হৰি ॥

## গীত ॥ ৰাগ গৌৰী ॥ তাল জ্যোতি ॥

ধ্রুং ॥ তিনি দূতে ভ্রময় পাপিক বিচাৰি ।
ভকতক ভয়ে কাম্পে তৰতৰি ॥

পদ ॥ ৰিনি ৰিনি সুনিয়ে কাচিত কানে ।
হৰি নাম লৱে বুলি পলাই তেখনে ॥

জদিবা কুকথা কহয় নলৰে নাম ।
তাহাক বান্ধিয়া জাতনাক লাগি আন ॥
যথাৰ্থ প্ৰকাৰে জিতো লৱে নাম ।
মোৰ বাক্য স্থনি তুহু নপসিবি গ্ৰাম ॥
ভকতক দেখি তুহু অন্তৰি পলাইবি !
গোপালৰ চক্ৰে কাটে বুলিয়া চেঞ্চাইবি ॥
হৰি ভকতৰ মহিমা অদভুত ।
কহয় ভুষণ দ্বিজে কাম্পে যম দুত ॥*॥১০॥

সুত্ৰ ॥ আহে সভাসদ লোক ঃ হৰি ভকতৰ মহিমা কি কহব ঃ জাক বোলে কাল মায়া যমদণ্ড থৰথৰি কাম্পি পলাৱয় ঃ ইহা জানি কৃষ্ণৰ চৰণে সৰন লৈয়া ঃ ভৱসাগৰ তৰিতে পাৰয় ঃ যমদণ্ড নিবাৰন হয় ঃ ইহা জানি নিৰন্তৰে হৰিবোল হৰিবোল ॥

ইতি অজামিল উপখ্যান নাট সমাপ্ত ।

( নগাওঁ, উলুবাৰি চৰিপোটা সত্ৰৰ শ্ৰীযুত মহীকান্ত মহন্তৰ পৰা পোৱা এখন নকল পুথিৰ পৰা উদ্ধৃত । )

---

টোকা ।

নাটৰ চাৰিওটা শ্ৰোকৰ ছন্দ অনুষ্টু ভ

# দৈত্যাৰি ঠাকুৰ ॥

## নৃসিংহ যাত্ৰা ।

শ্ৰীকৃষ্ণায় নমো নমঃ ॥

শ্লোক১ ॥ অৱিক্ৰিয়ং সত্যমনন্তমাদ্যং
গুহাশয়ং নিষ্কলমপ্ৰতৰ্ক্যম্ ।
মনোঽগ্ৰযানং ৱচসানিৰুক্তং
নমামহে দেৱৱৰং ৱৰেণ্যম্ ॥১॥

অপিচ ॥ যেনাকাৰি ঋতং স্বভক্তৱচনং ধৃত্বা নৃসিংহং তনুং
সৰ্ব্বাধাৰধৰঃ প্ৰভুশ্চ ভগবান্ বৈকুণ্ঠনাথো হৰি ।
যেনামাৰি ৰিপুৰ্হিৰণ্যকশিপুৰাশ্বাস্য ভক্তং সুতম্
তস্মৈ শ্ৰীগৰুড়াসনায় গুৰৱে কৃষ্ণায় তুভ্যং নমঃ ॥২॥

---

১ । প্ৰথম শ্লোকটি গোৱালপাড়াৰ পুথিত এইদৰে আছে !—

ভৱভয় ৰিপুন্ হৰ্ত্তুং স্থিতিলয়ভূৱকৰ্ত্তুম্
শিৱবৰিঞ্চি নমস্তং প্ৰেমভক্ত্যৈক-বশ্যং ।
দনুজ-দুষ্টমাৰি সজ্জনজন ৰক্ষাকাৰি
কৃষ্ণপাদমনোৰমং প্ৰণতোঽস্মি সদামনম্ ॥

নান্দী গীত ॥ ৰাগ সুহই ॥

ধ্রুং ॥ জয় জয় ভৱ-ভয়হাৰি ।
তুয়া পাৱে প্রনাম হামাৰি ॥

পদ ॥ সৃষ্টি-স্থিতি-লয়-লিলাকাৰি ।
ব্রহ্মাহৰ সেৱক জাহাৰি ॥
নিজভক্ত-বাক্য সত্যকাৰি ২।
নৰসিংহ ৰূপে দেৱহৰি ৩॥
বধিলাহা হিৰন্যকশিপু ।
ত্রিদস দেৱৰ ঘোৰৰিপু ॥
প্রহ্লাদক ৪ কৰিয়া ৫ আশ্বাস ।
কহয় দৈত্যাৰি হৰিদাস ॥*॥১॥

সূত্র ॥ নান্দ্যন্তে সুত্রধাৰঃ । অলমতি বিস্তৰেণ । প্রথমে শ্রীকৃষ্ণঃ শ্রীকৃষ্ণ ইত্যুচ্চার্য্য নত্বা নাৰায়ণং সভাসদঃ প্রত্যাহ ॥

শ্লোক ॥ ভো ভোঃ সভাসদঃ যুয়ং শৃণুত সাৱধানতঃ ।
শ্রীনৃসিংহ-লীলা—যাত্রাং শ্রদ্ধয়া পশ্যতাধুনা ॥৩॥

অথ ভটিমা ॥

জয় জয় পৰম : পুৰুষ পুৰুযোত্তমঃ
পৰমানন্দ মুৰাৰি ।
জয় জয় জগত : জনক জগজীৱনঃ
যাদৱ দনুজ সংহাৰি ॥

২। সত্যকৰিঃ ৩। অৱতৰিঃ ৪। ভক্তকঃ ৫। কৰিলা—পাঠান্তৰ।



জয় জয় ৰাম : ৰমন ত্রিভুবনঃ
সজ্জন ৰঞ্জনকাৰি ।
জয় জয় নিত্য : নিৰঞ্জন কায়াঃ
মায়া অধিন৬ জাহাৰি ॥
জয় জয় হিৰণ্য- : কশিপু বিদাৰিঃ
হাৰি৭ দেৱক ভয় ।
জয় জয় ভক্ত : প্রহ্লাদক পালিঃ
ভকত বৎসল কৃপাময় ॥
জয় জয় কৃষ্ণ৮ : ভক্তজন তাৰনঃ
অঘবক ধেনুক নাসি ।
জয় জয় মন্দৰ : ধাৰণ কাৰনঃ
তাৰন গোকুল—বাসি ॥
জয় জয় কংস : সবংস বিনাসনঃ
নাসন কুবলয় প্রান ।
জয় জয় দুষ্ট : অৰিষ্টক মাৰি৯ঃ
মল্লক১০ কৰু নিৰজান ॥
জয় জয় জগজীৱ : সিব সনাতনঃ
পালন পৰম পতিত ।
জয় জয় জাকেৰি : নাম ধৰম কহ১১
কৰতু জগত পৱিত্র ॥

৬। অধিকঃ ৭। হৰিঃ ৮। ইষ্টদেৱঃ ৯। অৰিষ্টবিনাসিঃ ১০। মল্লসবঃ ১১। কহুঃ

জয় জয় যাদৱ : যদুকুল পঙ্কজ :
প্ৰকাসক সূৰ্য্য মুৰাৰি ।
জয় জয় চতুৰ : উজৰ কৰপঙ্কজ :
কম্বুকণ্ঠে১২ কৌস্তুভধাৰি১৩ ॥
সোহি মহেশ্বৰ১৪ : কৃষ্ণক১৫ নাটক১৬ :
নৃসিংহ চৰিত্ৰ নাম ।
সুনহ সভাসদ : খন্দোক আপদ :
ডাকি বোলহু ৰাম ৰাম ॥

সূত্ৰ ॥ আহে সমাজিক লোক : জোহি জগতক গুৰু : পৰম ঈশ্বৰ নাৰায়ন : ব্ৰহ্মা মহেস সেবিত পাদপদ্ম : পুৰুষোত্তম : মহা মহা পাপি জাহেৰ স্মৰনে নিস্তৰে : সোহি মহেশ্বৰ : ভকতবৎসল গুনে ভকতক বস্য হয়া : নিজ ভকতক বাক্য সাফল কয়ে কহোঁ : নৰসিংহৰূপে বেকত হুয়া : হিৰন্যকশিপু-বধ-লীলা যাত্ৰা : পৰম কৌতুকে : ওহি সভা মধ্যে কৰব : তাহে দেখহ সুনহ : নিৰন্তৰে হৰি বোল হৰি ॥

পুন : সূত্ৰে পুচত ॥ আহে সঙ্গি : কি বাদ্য বাজত১৭॥*॥
সঙ্গি বোল ॥ আহে সঙ্গি সখি : দেৱদুন্দুভি বাদ্য বাজত ॥*॥

অ : **শ্ৰীবৈকুণ্ঠনাথ মিলল মিলল** ॥

শ্লোক ! প্ৰবেশসকৰোদ্দেৱো গোৱিন্দোগৰুড়ধ্বজ : !
পাৰ্ষদপ্ৰৱৰস্ত্ৰীভি : সহ চাৰুশ্চতুৰ্ভুজ : ॥৪॥

১২ । কৌমুদী : ১৩ । চক্ৰধাৰি : ১৪ । কৃষ্ণনাট :
১৫ । কলিমল : ১৬ । নায়ক : ১৭ । বাজে :



সূত্ৰ ॥ আহে সমাজিক লোক : হামু জাকেৰি কথা কহৈছি : সেশ্ৰীনাৰায়ন : লক্ষ্মী সৰস্বতী তুহো পত্নি : জয়-বিজয় তুহো পাৰিষদ সহিতে : ওহি সভা মধ্যে এ আৱত ॥

ইতি সূত্ৰ : নিষ্ক্ৰান্তঃ ॥

গীত ॥ ৰাগ ধনশ্ৰী ॥ একতালি ॥

ধ্ৰুং ॥ দেখৰে লোই : হৰিএ আৱত ১৮ : বৈকুণ্ঠপতি ।
জয় বিজয় দুহোঁ ১৯ পাৰিষদ : সঙ্গে লক্ষ্মী সৰস্বতী ॥

পদ ॥ পৰম পবিত্ৰ : হৰিএ পৰমানন্দ : ২০
চতুৰ উজৰ কৰ সোহে ।
কৌটি মদন মন এ : হৰিএ মোহন ৰূপ :
ত্ৰিভুবন মন মোহে ॥
স্যামল অঙ্গে : পিত বসন এ :
সঙ্খ চক্ৰ গদা পদ্মধাৰি ।
চৰণে মঞ্জিৰ ২১ মনি : বাজত ৰিনি ঝিনি
এহু ৰস কহয় দৈত্যাৰি ॥*॥২॥

সূত্ৰ ॥ ঐছন প্ৰবেস কয়ে : শ্ৰীনাৰায়ন পত্নি দুহু সহিতে : বৈকুণ্ঠ মন্দিৰে ৰত্নাসনে বৈঠল । জয় বিজয় দুহু

১৮ । "দেখো লোকাই : আয়ে" : ১৯ । নামে : ২০ । "গৰুড় কন্ধে চড়ে : পৰম আনন্দে" : ২১ । নুপুৰ :

পাৰিষদঃ সপ্তম দ্বাৰেৰ২২ ছুইপাসে দ্বাৰি হুয়া ৰহল ॥

শ্লোক ॥ একদা ব্ৰহ্মণঃ পুত্ৰা ৱিষ্ণুৰ্লোকং যদৃচ্ছয়া ।
সনন্দনাদয়ো জগ্মুশ্চৰন্তো ভুৱনত্ৰয়ম্ ॥*॥৫॥

সূত্ৰ ॥ তদনন্তৰে এক দিবসে ব্ৰহ্মাৰ তনয় সনকাদি সিদ্ধ চাৰিঃ শ্ৰীবৈকুণ্ঠনাথক দৰসন ইচ্ছায়েঃ জৈছে বৈকুণ্ঠ চলল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ২৩॥

গীত ॥ ৰাগ কানড়া ॥ তাল ছুটা ২৪॥

ধ্ৰুং ॥ আয়ে চাৰি সিদ্ধ মহা কৌতুকে ।
হৃদয়ে ব্ৰহ্মক চিন্তি উৎসুকে ॥

পদ ॥ পঞ্চ বৰসিয়া সিশু সঙ্কাশ ২৫ ।
নাহিকে বস্ত্ৰ সবে দিগবাস ২৬॥
আনন্দে লোকক ফুৰি আছন্ত ।
দিনেক বৈকুণ্ঠক দেখিলন্ত ॥
সদায়ে সুনিয় ২৭ হৰি কীৰ্ত্তন ।
হৰি পাৰে গতি দৈত্যাৰি ভন ॥*॥৩॥

সূত্ৰ ॥ ওহি পৰকাৰে চাৰিসিদ্ধ প্ৰবেস কয়ে কহোঁঃ পৰমানন্দে ইশ্বৰ-দৰসন নিমিতে চলৈছেঃ ছয় দ্বাৰ

২২। ঘৰৰঃ ২৩। হৰি বোলঃ ২৪। পৰিতালঃ ২৫। সঙ্গমানঃ ২৬। দিগৰস পৰিধানঃ ২৭। সুনত, সুনান্তঃ



চড়ায়া দেখলঃ সপ্তম দ্বাৰৰ ছুইপাসেঃ ছুহোঁ দিব্য পুৰুষঃ চতুৰ্ভুজ ৰূপেঃ কৰে গদা ধৰিয়েঃ দ্বাৰি হুয়া থিক । তদনন্তৰে ছুহোঁ দ্বাৰি দেখলঃ নাহি পুছিয়েঃ বিবস্ত্ৰে চাৰিসিদ্ধেঃ অভ্যন্তৰে পসয় । তাহে দেখিয়েঃ ছুহো পাৰিষদঃ পৰম কোপে অধৰ কম্পাই ঃ মুখ ভ্ৰূকুটি কুটিল কৰিয়েঃ জৈছে বেত্ৰে থেলিঃ চাৰি সিদ্ধক খেদায়লঃ তাহেক দেখহ সুনহঃ নিৰন্তৰে হৰি বোল হৰি২৮ ॥

গীত ॥ ৰাগ আসোআৰি ॥ পৰিতাল ॥

ধ্ৰুং ॥ দেখল জয়বিজয় ছুহুঁ দ্বাৰি ।
বিবস্ত্ৰে আসন্তয়ে সিদ্ধ চাৰি ॥

পদ ॥ নাহি পুছিয়ে পসয়২৯ অভ্যন্তৰে ।
দেখিয়ে ছুহুঁ দ্বাৰি কুপিত অন্তৰে ॥
ক্ৰোধে কৰি ভ্ৰূকুটি কুটিল ।
বেত্ৰে থেলি চাৰিকো খেদিল ॥
কৃষ্ণ দৰসন আসা ভঙ্গে ।
ক্ৰোধে চক্ষু পকাই মাতে খঙ্গে ॥
৩০মাধৱদেৱৰ চৰণ স্মৰি ।
এহু ৰস কহ সেৱক দৈত্যাৰি ॥*॥৪॥

২৮। হাৰবোলঃ ২৯। পসন্তঃ ৩০। "মাধৱ দেৱৰ চৰন সেৱক। কহয়ে দৈত্যাৰি ওহি ৰসক ॥"ঃ

স্মৃত্র ॥ আহে সমাজিক লোক ঃ চাৰি সিদ্ধে কৃষ্ণ—দৰসন—আসা ভঙ্গেঃ পৰম ক্ৰোধে জৈছে চক্ষু পকাই বোলল ॥*॥

চাৰি সিদ্ধ বোল ॥ হে জয়বিজয় ঃ তোৰা দুহু কপট বৈষ্ণৱ ঃ ক্ৰুৰ স্বভাৱ ঃ তোৰাসবে পাৰিষদ বুলি গৰ্ব্ব কৰহ । জে সান্তমুৰ্ত্তি চিদানন্দ ঃ নিৰ্ব্বিকাৰ ঃ কালমায়াদিৰ নিয়ন্তা ভগৱন্ত ঃ পৰমেশ্বৰ ঃ তাহাত তোৰাসবে সংশয় কৰহ ঃ ওহি বৈষ্ণৱক স্বভাৱ নুহি ঃ কেৱল অসুৰক স্বভাৱ । তোৰাসবে বৈকুণ্ঠক দুৰ্যস আনয়লি ঃ অতয়ে৩১ বৈকুণ্ঠৰ পৰা পড়িয়ে তোৰাসবে সত্বৰে অসুৰ জোনিত জনম ধৰহ ॥*॥

স্মৃত্র ॥ ঐছন চণ্ড সাপ পায়া ঃ জয়বিজয় দুহুঁ পাৰিষদ ঃ মহাভয় হুয়া ঃ চাৰি সিদ্ধক পায়ে ধৰিয়ে কহু ঃ বাৰম্বাৰ প্ৰনামি ঃ জৈছে কাতৰ কয়ল ঃ তাহে দেখহ স্মুনহ ঃ নিৰন্তৰে হৰি বোল হৰি৩২ ॥

গীত ॥ ৰাগ স্মুহাই ॥ ধৰম জোতি ॥

ধ্ৰুং কৰহু করুনা সিদ্ধ সব৩৩ হামাৰি ।
কয়লো অপৰাধ তোহাক৩৪ নিবাৰি ॥
পদ ॥ কৰহোঁ কাতৰ্ মৰসিয়ো দোষ বাপ ।
মিলোক আমাক জিবা দিলা চণ্ড সাপ ॥

৩১ । এথন ঃ ৩২ । হৰিবোল ঃ ৩৩ । সিদ্ধসকল ঃ ৩৪ । এ তোমাসাক ঃ



আপুনাৰ দোষে হেৰা জাঞুঁ অধোগতি ।
প্ৰভুৰ চৰনে মাত্ৰ নচাড়োক মতি ॥
এতেক৩৫ প্ৰাৰ্থনা কৰো৩৬ তোহাঁৰ চৰনে ।
কহয় দৈত্যাৰি মেৰি গতি নাৰায়নে ॥*॥৫॥

কথা ॥ জয়বিজয় বোল ॥ হে মুনিসব ঃ তোৰাসবক নিবাৰিয়ে বড় অপৰাধ আচৰলোঁ৩৭ সোহি পাপে হামু অধোগতি জাঞুঁ ঃ কিন্তু প্ৰভুৰ পায়ে মতি চোড়বু নাহি ঃ তোৰাসবক কাতৰ কয়ে ঃ ওহি প্ৰাৰ্থনা কৰহোঁ ॥*॥

স্মুত্ৰ ॥ ওহি বুলি জয়বিজয় চাৰি সিদ্ধক কাতৰ কয়ে থিক। তদনন্তৰ ঐছন আবাৰ৩৮ স্মুনিএ ঃ শ্ৰীনাৰায়ন ঃ লক্ষ্মী সৰস্বতী দুহু পত্নি সহিতেঃ জৈছে সোহি থানে আৱল ঃ তা দেখহ স্মুনহ ঃ নিৰন্তৰে হৰি বোল হৰি ॥

গীত ॥ ৰাগ কামোদ ॥ জ্যোতিমান ॥

ধ্ৰুং ॥ চলয় বৈকুণ্ঠপতি ঃ লক্ষ্মী-দেৱি সৰস্বতী৩৯ ঃ
লিলা গজগতি ধিৰে ধিৰে ।
শ্বেত চামৰ ঢুলে৪০ ঃ উৰে বনমালা লুলে ৪১ ঃ
ধৱল ছত্ৰক সোহে সিৰে ॥

৩৫ । কৰহুঁ ঃ ৩৬ । আমি ঃ ৩৭ । কয়লো ঃ ৩৮ । আথন্তৰ ঃ
৩৯ । সমন্বিতি ঃ ৪০ । বোলে ঃ ৪১ । দোলে ঃ

পদ ॥ চৰনে মঞ্জিৰ৪২ মনিঃ কটিমহ কিঙ্কিনিঃ
স্যামতনু সোহে পিতবাস ।
নয়ন পঙ্কজ-পাসিঃ মুখে মনোহৰ হাসিঃ
কহয়ে দৈত্যাৰি হৰি দাস ॥*॥৬॥

সূত্ৰ ॥ ঐছন কৌটি ইন্দু-পৰকাসি শ্ৰীকৃষ্ণ মুখ নিৰেখিয়েঃ চাৰি সিদ্ধে পৰম আনন্দে থিকঃ চাৰিৰো মনবাঞ্ছিত পুৰন ভেল। দ্বাৰি দুহু জৈছে প্ৰনাম কয়লঃ শ্ৰীকৃষ্ণ চৰন মনে আৰধিঃ পায়ে ধৰি কহুঁঃ ওহি জয়-বিজয় কৰজোড়ি তুতি কৰিতে লাগল। চাৰিসিদ্ধে প্ৰথমে জৈছে তুতি কয়লঃ তা সুনহঃ

চাৰি সিদ্ধ বোল ॥ পয়াড় ॥

জয় জয় জগন্নাথ কৰহোঁ প্ৰনাম ।
জয় জয়৪৩ ভৱভয়-মোচন ৰাম ॥
তোহাৰ চৰনে জিতো পসয় সৰন ।
তজু গুন নাম কৰে শ্ৰৱন কীৰ্ত্তন ॥
মোক্ষক সুখক সিতো নুখুজে তোমাত ।
নুখুজিবো আন সুখ কি কৈবু সাক্ষাত ॥
তজু গুন নাম জদি থাকে কৰ্নে ভৰি ।
সদায়ে আমাৰ মুখে বোলে জেবে হৰি ॥
অৰুন৪৪ চৰন জেবে চিন্তোহোঁ তোমাৰ ।
তেবে নৰকত জন্ম হউক আমাৰ৪৫ ॥

৪২। ৰঞ্জিতঃ ৪৩। "ভকত অভয়দাতা দুখ মোচন ৰাম॥"ঃ
৪৪। চিত্তেঃ ৪৫। আমাসাৰঃ



দেখায়া আমাক দিব্যৰূপ চমৎকাৰ ।
সাধিলা৪৬ আনন্দ কিনো অন্তৰে আমাৰ ॥
অজ্ঞানি সকলে নাম নলৱে তোমাৰ ।
আমি হেৰা পড়ি হৰি৪৭ কৰু নমস্কাৰ ॥
তোমাৰ চৰনে হোক একান্ত ভকতি ।
এহি৪৮ দান৪৯ দিয়া প্ৰভু৫০ আমাক সম্প্ৰতি ॥*॥৭॥

কথা ॥ পুনঃ চাৰি সিদ্ধ বোল ॥ হে পৰম ইশ্বৰঃ তোহাৰ চৰনে মাত্ৰ একান্ত ভকতি হোকঃ ওহি প্ৰসাদ হামাক দেহুঃ আন কিচো লাগয়ে নাহি ॥*

সূত্ৰ ॥ ওহি স্তুতি কয়ে কহোঁঃ চাৰি সিদ্ধ শ্ৰীকৃষ্ণৰ চৰন নিৰেখি থিক ॥

কথা ॥ শ্ৰীকৃষ্ণ বোল ॥ হে মুনিসবঃ ওহি জয়বিজয় হামাৰি পাৰিষদঃ তুহোঁ বৰ অপৰাধ আচৰলঃ তাৰাসবক উচিত দণ্ড কয়লঃ সেৱকৰ অপযসে৫১ স্বামিক পাৱয়ঃ ইহা জানি হামাক ওহি অপৰাধ ক্ষমা কৰহ ॥

সূত্ৰ ॥ ওহি বুলি শ্ৰীকৃষ্ণ মৌন ৰহল। তদনন্তৰে চাৰি-সিদ্ধে কৃষ্ণ বাক্যে তৃপিতি হুয়াঃ পৰম আনন্দে বোলল ॥

কথা ॥ চাৰি সিদ্ধ বোল ॥ হে স্বামিঃ তোহাৰি বচন হামি কিচো নাহি বুঝলোঃ তোহোঁ দেৱক পৰম দেৱতা

৪৬। "সাধিলা নেত্ৰৰ কিনো সাৰ্থক আমাৰ ॥"ঃ ৪৭। প্ৰভুঃ
৪৮। এতেকঃ ৪৯। প্ৰসাদঃ ৫০। প্ৰভু (লোপ)ঃ ৫১। অপবাধঃ

আপুনি ইশ্বৰ হুয়াঃ হামাক স্তুতি কৰৈছে৫৪ঃ ওহি মায়া কে বুঝব ঃ কিন্তু ধৰ্ম্মপথ ৰক্ষা কয়ল৫৫ঃ ইহাত আন হেতু নাহি। হে স্বামিঃ তোহাৰ পাৰিষদ দুহু ঃ তাহেক হামু সাপিয়েঃ বড় অপৰাধ কয়লুঃ হামাকু দণ্ড কৰহ ॥*॥

শ্ৰীকৃষ্ণ বোল ॥ হে মুনিসব ঃ তোহোঁ তাপ চাড়হ ঃ তোহাৰি সাপে ঃ জয় বিজয় অসুৰ হুয়াঃ বৈৰি ভাৱে হামাক চিন্তিয়েঃ পুনঃ হামাৰ সমিপ পাৱব ঃ হামু সমস্তে বোললু ॥*॥

সূত্ৰ ॥ তদনন্তৰেঃ চাৰি সিদ্ধ মাধৱক নমি প্ৰদক্কিন কয়েঃ বৈকুণ্ঠবাসিক শ্ৰীক চাই ঃ মনে প্ৰশংসিঃ চলিএ গেলহ। তদনন্তৰ শ্ৰীকৃষ্ণ জয় বিজয়ক আলিঙ্গি আশ্বাসি বোলল ॥*॥

শ্ৰীকৃষ্ণ বোল ॥ হে জয় বিজয় ঃ তোহোঁ অসুৰ যোনিত জনম ধৰহ ঃ তোহোঁসব কিচোয়ে ভয় নাহি কৰবি ঃ ওহি ব্ৰহ্মসাপ হামু চুৰ্ন কৰবো নাহিঃ তাহে হামাৰ প্ৰয়োজন আছয় ঃ তোৰাসবে বৈৰিভাৱে হামাক চিন্তা কৰবি ঃ তোৰাসবৰ সহিতেঃ পৃথিবিত কিচো ক্ৰীড়া কৰিয়েঃ তোৰাসবৰ দুখ হামু নিৰ্জান৫৬ কৰবু ॥

৫৪। কৰৈছি ঃ ৫৫। কৰয় ঃ ৫৬। দূৰ ঃ



সূত্ৰ ॥ ওহি বুলি শ্ৰীকৃষ্ণঃ লক্ষ্মী সৰস্বতীঃ দুহু পত্নি সহিতেঃ নিজ মন্দিৰে প্ৰবেসল। তদনন্তৰে মুখ্য পাৰিষদঃ শ্ৰীহত হুয়াঃ বৈকুণ্ঠ সম্পদ৫৭ পৰিহৰিঃ অধোমুখে পড়ল। আহে লোকঃ দেখু দেখুঃ চাৰি সিদ্ধক দ্ৰোহ কৰিয়েঃ জয় বিজয় শ্ৰীহত হুয়াঃ শ্ৰীবিলাস৫৮ বৈকুণ্ঠ হন্তে পড়ল। অন্যত্ৰ লোকে মহন্তক দ্ৰোহ কৰিএঃ শ্ৰীহত হৈবেকঃ ইগক কি কহব ঃ জানি ভকতক দ্ৰোহ তেজিঃ নিৰন্তৰে হৰি বোল হৰি ॥

শ্লোক ॥ জজ্ঞাতে তৌ দিতেঃ পুত্ৰৌ দৈত্যদানৱ ৱন্দিতৌ।
হিৰন্যকশিপুৰ্জ্যেষ্ঠো হিৰণ্যাক্ষোহ নুজস্ততঃ ॥ ৬ ॥

সূত্ৰ ॥ জয় বিজয় নিজ তনু পৰিত্যাগ কৰিয়েঃ দিতিক গৰ্ভেঃ হিৰন্যকশিপু হিৰন্যাক্ষ নামে দুহু অসুৰ হুয়া উপজল। সোহি হিৰন্যকশিপুঃ ভাতৃ হিৰন্যাক্ষ আদি অনেক সৈন্য সামন্ত সঙ্গেঃ চামৰ-ব্যজন জয়পতাকা সহিতে সোভিত হুয়াঃ পৰম গৌৰবেঃ ওহি সভা মধ্যে এ আৱতঃ আহে লোকঃ তা দেখহ সুনহঃ নিৰন্তৰে হৰি বোল হৰি ॥

**গীত ॥ ৰাগ কানড়া ॥ তাল ছুটা৫৯ ॥**

ধুৱা ॥ আৱত হিৰন্যকশিপু বিৰ।
পাৱৰপ্ৰহাৰে ভুমি নোহে থিৰ ॥

৫৭। সম্পতিঃ ৫৮। শ্ৰীনাৰায়ণ ধিৰচিত্ত বিদ্যমানেঃ ৫৯। পৰিতালঃ

পদ ॥ আগহি ষণ্ডামর্ক দ্বিজবৰ ।
শ্বেত ছত্র সোভে সিৰ উপৰ ॥
সঙ্গহি দুর্জ্জয় দানৱগন ।
ধৰমাৰ বোল কৰে ঘনে ঘন ॥
হাতে সুল ধৰি চামৰ ঢুলে৬০ ।
গতি গোবিন্দ মেৰি দৈত্যাৰি বোলে ॥ ১০॥

সূত্র ॥ ঐছন প্রবেস কয়েঃ হিৰন্যকশিপু এক পাস হুয়া ৰহল । তদন্তৰে হিৰন্যকশিপুক কনিষ্ঠ ভাতৃ হিৰন্যাক্ষ যুদ্ধক যাহিতে অনুমতি প্রার্থল ॥*॥

[ হিৰন্যাক্ষ বো হে দাদাঃ হামাক বিদায় দেহঃ হামু দিগ্‌বিজয় কৰিতে চলোহোঁ ॥*॥

হিৰন্যকশিপু বোল ॥ হে বাপুঃ তোহো হামাৰ স্নেহেৰ কনিষ্ঠ ভাইঃ তোহোক একলসৰে দিগ্‌বিজয় নিমিতেঃ জাইতেদিতে সঙ্কা হোবয় ।

হিৰন্যাক্ষ বোল ॥ হে দাদাঃ তোহাৰ আসির্ব্বাদেঃ হামো এক বৰিসেঃ ওহি ত্রিসংসাৰ মাঝে জত বিৰ থিকঃ সবাকে পৰাজয় কয়ে আৱব ॥ ]*

সূত্র । ওহি বুলি জ্যেষ্ঠভাতৃত মেলানি লয়াঃ ৰণসাজে সাজিয়েঃ পৰম গৌৰবেঃ জৈছে বিৰদাপে পাতালে প্রবেসল । তদনন্তৰে সে শ্রীবিষ্ণু ৰবাহ ৰূপেঃ দৈত্যাক বধ কৰিতেঃ লিলায়ে পাতালপুৰেঃ তাহাৰ সন্মুখে উপগত ভেল । [ সন্মুখে ৰবাহক দেখিয়েঃ সে হিৰন্যাক্ষ পৰম ক্রোধে জে বোলল ॥ ]*

৬০। দোলেঃ * এইখিনি গোৱালপাড়াৰ পুথিত নাই ।



কথা ॥ হিৰন্যাক্ষ বোল ॥ অয়ে ৰবাহঃ তোহোঁ হামাক সঙ্গে যুদ্ধভয়েঃ কাহা পলাইতে চাৱঃ আজু তোহাক যমভবনে পঠাৱব ॥*॥

ৰবাহ বোল ॥ অয়ে দুষ্ট কুলাঙ্গাৰ দৈত্যঃ তোহো কি নিমিতে হামাৰ সঙ্গে যুদ্ধ কয়েঃ মৰিতে আৱলিঃ তোহাক আজু যমালয়ে পঠাৱব ॥*॥

[ হিৰন্যাক্ষ বোল ॥ আঃ অতয়ে অহঙ্কাৰঃ সামান্য পশুজাতি সুকৰ হুয়াঃ হামাৰ সঙ্গে যুদ্ধ কৰিতে সাহস কৰহঃ দেখু ওহি গদাঘাতে তোহাক কন্ধপাত কৰবো ॥*॥

ৰবাহ বোল ॥ পাষণ্ডঃ ওহি ৰবাহৰ হাতে আজু তোহাৰ নিস্তাৰ নাহিঃ সত্বৰে ইষ্টবন্ধুক স্মৰন কৰহ ॥*॥

সূত্র ॥ ঐছন প্রকাৰে হিৰন্যাক্ষ ৰবাহক মাঝে জৈছে যুদ্ধ মিললঃ তাহে দেখহ সুনহঃ নিৰন্তৰে হৰিবোল হৰি৬১ ॥

গীত ॥ ৰাগ কানাড়া ॥ ছুটিকলা ॥

ধ্রুং ॥ কয়ল ঘোৰ যুদ্ধ ৰবাহ হৰি ।
হিৰন্যাক্ষ আসিল ক্রোধে সুলধৰি ॥
পদ ॥ দুহানৰ ঘোৰ নাদে ভৈলা কোলাহল ।
তৰাস ভৈলেক সবে জাই ৰসাতল ॥

৬১। হৰিবোলঃ

কতোহো বৰাহ উৰ্দ্ধে কতো তল পৰে ।
কতো হিৰন্যাক্ষ পাৰ ধৰফৰ কৰে ॥
উভয়ৰে ঘোৰ যুদ্ধ প্ৰহৰৰ পন্থ ।
পৰ্ব্বত অৰন্য জত সবে ভৈল নষ্ট ॥
কতো বেলি ছিদ্ৰ চায়া সে বৰাহ হৰি ।
দন্তে ধৰি সুলক ভাঙ্গিলা মছ কৰি ॥
কালান্তক যম ৰূপে বক্ষক বিদাৰি ।
মাৰিয়া দৈত্যক গৈলা পৃথিবি উদ্ধাৰি ॥ ]*

সুত্ৰ ॥ ঐছন প্ৰকাৰে যুদ্ধ কয়েঃ বৰাহ স্বৰূপে হৰিঃ হিৰন্যাক্ষক হৃদয় দন্তে ছিৰিয়েঃ লিলায়ে বধ কয়ল । ই কথা ৰহোকঃ তদনন্তৰেঃ হিৰন্যকশিপু ভাতৃক বধ সুনিয়েঃ হাতে সুল ধৰি কহোঃ সব ব্ৰহ্মাণ্ড বিচাৰ কয়লঃ বিষ্ণুক ভেট নাহি পাৱলঃ দানবগনক আনি আদেস কয়ল ॥*॥

হিৰন্যকশিপু বোল ॥ হে দানবসবঃ তোৰাসবে পৃথিবীত গিয়া তপ, জপ, যজ্ঞ সব ছন্ন৬২ কৰহঃ গোব্ৰাহ্মনসবৰ৬৩ প্ৰলয় কৰহঃ খাইবাক নপাইলে বিষ্ণু আপুনে মৰব ॥*॥

সুত্ৰ ॥ ওহি বুলিঃ দৈত্যসবক আদেস কয়েঃ হিৰন্যকশিপু তপ কৰিতে মন্দৰ পৰ্ব্বতে চলল ॥

শ্লোক ॥ স তেপে মন্দৰদ্ৰোণ্যাং তপঃ পৰমদাৰুণম্ ।
উৰ্ধ্ববাহুৰ্নভোদৃষ্টিঃ পাদাঙ্গুষ্ঠাশ্ৰিতাৱনিঃ ॥৭॥

৬২। চুৰ্ণঃ ৬৩। ব্ৰাহ্মনসবৰঃ *এই খনি গোৱালপাৰাৰ পুথিত নাই।



সুত্ৰ ॥ মন্দৰগিৰি গৈয়াঃ ৰাজা হিৰন্যকশিপু উৰ্দ্ধক মুখেঃ বাহু উপৰক তুলিঃ এক পাৰে ভুমি পৰসিঃ ব্ৰহ্মাক চিন্তিয়ে ৰহলঃ দিব্য একসত বৰিস বহি গৈলঃ উঁই মাটি তোললঃ তাহেক ঢাক বেৰু-ঝাৰ গাজলঃ তথাপি কটাক্ষ নাহি ॥ তাহেক তপ দেখিয়েঃ সব জগৎ ভয় ভেলঃ দেৱগন ত্ৰাসে স্বৰ্গ এৰি পলাৱল ! তাহাৰ ঐছন উগ্ৰ তপ দেখিয়েঃ ব্ৰহ্মা জৈছে আৱলঃ তাহেক দেখহ সুনহঃ নিৰন্তৰে হৰিবোল হৰি৬৪ ॥

## গীত ॥ ৰাগ আসোআৰি ॥ পৰিতাল ॥

ধ্ৰুং ॥ আয়ে চতুৰানন আনন্দ মনে ।
৬৫ চৌপাসে বেঢ়ি চলে দেৱগনে ॥
পদ ॥ হংসজানে চড়ি মহা কৌতুকে ।
দণ্ড কমণ্ডলু ধৰি উৎসুকে ॥
আগহি নাৰদে হৰিগুণ গায় ।
হাতে বীনা প্ৰেমে পুলক কায় ॥
চাৰি মুখে চাৰি৬৬ বেদ উচ্চাৰি ।
হৰি পাৱে গতি কহে দৈত্যাৰি ॥১১॥

সুত্ৰ ॥ ঐছন প্ৰবেস কয়েঃ ব্ৰহ্মা এক পাস হুয়া ৰহল । তদনন্তৰ দেৱতা সব ব্ৰহ্মাৰ পাসক গৈয়াঃ দণ্ডৱতে পৰি প্ৰনাম কৈয়ে বোলল ॥*॥

৬৪। হৰিবোলঃ ৬৫। "চৌভিতি বেদ উচ্চাৰয় ঘনে ॥"ঃ ৬৬। পঢ়য়ঃ

দেৱতাসব বোল ॥ হে বিধাতা ঃ দৈত্যেন্দ্ৰক তপে সব সৃষ্টি নষ্ট জাই ঃ কৈছে ৰক্ষা নাহি কৰহ । জাৱে সব সংসাৰ নষ্ট নাহি হয় ঃ তাৱে প্ৰতিকাৰ কৰহ ঃ হামুসবক ৰক্ষা কৰহ ॥*॥

সূত্ৰ ॥ ওহি বুলি ঃ দেৱতাসবে বিধাতাক আগু দুখ নিবেদল ঃ তাহে সুনি বিধাতা জে বোলল ॥*॥

ব্ৰহ্মা বোল ॥ হে দেৱতাসব ঃ তোহোঁ কোন চিন্তা নাহি কৰবি ঃ হামু এতিক্ষনে তাহাৰ প্ৰতিকাৰ সাধবো ॥*॥

সূত্ৰ ॥ ওহি বুলি ঃ বিধাতা হংসজানে চড়ি দৈত্যেন্দ্ৰৰ সমিপ পাৱল ঃ তপস্যাৰ প্ৰভাৱ দেখিয়ে ঃ পৰম বিস্ময় হুয়া বোলল ॥*॥

ব্ৰহ্মা বোল ॥ আহে কশ্যপ তনয় ঃ উঠহ উঠহ ঃ তুহুঁ জে তপ কয়লি ঃ ওহি তপ কৰন্তা আৱৰ কেহ নাহি ঃ তোহাৰি মনবাঞ্চিত বৰ মাগহ ॥*॥

সূত্ৰ ॥ ওহি বুলি ঃ বিধি জলে সান্তি কয়ল ঃ তেখনে দৈত্যেন্দ্ৰৰ তনু বজ্ৰ৬৭ সম ভেল ঃ মাটিৰ হন্তে উঠিয়ে ঃ পৰম আনন্দ হুয়া ঃ জৈছে বৰ প্ৰাৰ্থনা কয়ল ॥

শ্লোক ॥ নিৰীক্ষ্যাম্বৰে দেৱং হংসৱাহমুপস্থিতম্৬৮ ।
ননাম শিৰসা ভূমৌ তদ্দৰ্শনমহোৎসৱঃ ॥৮॥

৬৭। ব্ৰহ্ম ঃ ৬৮। হংসৱাহমৱস্থিতম্



সূত্ৰ ॥ আকাসে হংসজানে ব্ৰহ্মাক দেখিয়ে ঃ সে হিৰন্যকশিপু মাটিৰ উপৰে সিৰ ৰাখিয়ে ঃ পৰম আনন্দে প্ৰনামি ঃ স্তুতি কয়ে ঃ বৰ প্ৰাৰ্থনা কয়ল ॥*॥

হিৰণ্যকশিপু বোল ॥ হে বিধাতা ঃ হামাকু জদি বৰ দেৱবি৬৯ ঃ তুহু পৃথিবীক জত প্ৰাণী স্ৰজি আছহ ঃ কাহাতো হন্তে হামাৰ মৃত্যু নহৌক ঃ অস্ত্ৰসস্ত্ৰত নাহি মৰবু ঃ ৰাত্ৰিতদিনত নাহি মৰবু ঃ ত্ৰৈলোক্যৰ লোকে হামাত সৱন লৌক ঃ ওহি বৰ হামাকু দেহু ॥*॥

সূত্ৰ ॥ ঐছন বানি সুনিয়ে ঃ ব্ৰহ্মা জে বোলল ॥*॥

ব্ৰহ্মা বোল ॥ ওহি বৰ পৰম দুৰ্ল্লভ ঃ তথাপি তোহাৰি মন বাঞ্চিত পুৰণ হৌক ॥*॥

সূত্ৰ ॥ ওহি বুলি ঃ ব্ৰহ্মা নিজ থানে চলি গেলহ ॥

শ্লোক ॥ এৱং লব্ধৱৰো দৈত্যো বিভ্ৰদ্ধেমময়ং ৱপুঃ ।
ভগৱত্যকৰোদ্দ্বেষং ভ্ৰাতুৰ্ব্বধমনুস্মৰন্ ॥৯॥

॥ ঐছন বৰ পায়া ঃ দৈত্যক সৰিৰ সোনাময় ভেল ঃ সে ভাতৃক বধ সুমৰিয়ে ঃ ভগৱন্তক হিংসা কৰিতে লাগল ঃ তিনিয়ো লোকক বস্য কয়ল ঃ তাহেক ভয়ে ত্ৰিজগতে সেৱা কৰত ঃ বলে ইন্দ্ৰক অম্ৰাৱতি কাঢ়ি লেলহ ঃ ব্ৰহ্মা বিষ্ণু ৰুদ্ৰ বিনা সব দেৱতা সেৱা কৰত ঃ দেৱতা সবৰ মনে সুখ সান্তি নাহি ঃ দৈত্যেন্দ্ৰৰ হাত এড়াইতে নাহি পাৰি ঃ পৰম দুখ মনে ঃ হৰিত

৬৯। দেৱহ ঃ পাঠান্তৰ ।

সৱন লেলহ ঃ হৰি বিনা দুৰ্গতি তৰন উপায় নাহি ঃ জানি হৰিক আৰাধনা কৰিতে লাগল ॥*॥

## দেৱতাসব বোল ॥ ভটিমা৭০ ॥

জয় জয় অনাদি অনন্ত । জয় জয় প্ৰভু ভগৱন্ত ॥
ব্ৰহ্মা হৰে মহিমা নপান্ত । হামো পাপি কি পাইবো অন্ত॥
হিৰন্যকশিপু দৈত্যেশ্বৰ । কৰিলন্ত ঘোৰ অত্যাচাৰ ॥
হে প্ৰভু কৰিয়োক দায়া । দিয়োক ইবাৰ পদছায়া ॥
ৰাখিয়োক আপুন যসস্যা । পুৰিও আমাৰ মনবাঞ্চা ॥

সূত্ৰ ॥ ওহি বুলি ঃ দেৱতাসবে শ্ৰীহৰিক অনেক স্তুতি কয়ল ঃ দেৱতা সবৰ ভকতি পেখিয়ে ঃ শ্ৰীকৃষ্ণ আকাস হন্তে জে বোলল ॥*॥

শ্ৰীকৃষ্ণ বোল ॥ ( দৈববানি ) হে দেৱতাসব ঃ তোৰাসবে ভয় নাহি কৰবি ঃ ওহি দুখ অচিৰাৎ৭১ নিৰ্জান৭২ কৰবু । হামাৰি পৰম ভকত ঃ প্ৰহ্লাদক জে ক্ষণে৭৩ পিড়া কৰয়৭৪ ঃ তেখনে তাহেক বধ কৰবো ঃ তোহোসব নিৰ্ভয়ে ৰহ ॥*॥

সূত্ৰ ॥ ওহি আকাসি বানি সুনিয়ে দেৱতাসবে আপুন স্থানে চলিয়ে গেল । তদনন্তৰে দৈত্যেন্দ্ৰেৰ চাৰি পুত্ৰ ভেল ঃ পুত্ৰ প্ৰহ্লাদ শ্ৰীকৃষ্ণত একান্ত ভকত ভেল ঃ সোহি

---

৭০। এই ভটিমা এখন পুথিত নাই ।
৭১। অল্পতে ঃ ৭২। দুৰ ঃ ৭৩। জৈসানি ঃ ৭৪। কৰব ঃ



প্ৰহ্লাদ ঃ দৈত্য সিশুসব সহিতে ঃ জৈছে প্ৰবেস কয়ে আৱত ঃ তাহেক দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি ॥

## গীত ॥ ৰাগ সিন্ধুৰা ॥ একতালি ॥

ধুৰা ॥ আয়ে প্ৰহ্লাদ সন্ত৭৫ কয়ে পৰবেস ।
স্যামতনু পিত বাস দেখিতে সুবেস ॥
পদ ॥ পৰম গম্ভিৰ বিৰ ধিৰ মহা সান্ত৭৬ ।
হৰি পাৱ হৃদে ধৰি হৰি গুন গান্ত ॥
সঙ্গে দৈত্য সিশুগন আনন্দিত মন ।
কহযে দৈত্যাৰি গতি গোবিন্দ চৰন ॥১২॥

সূত্ৰ ॥ ঐছন প্ৰবেস কয়ে ঃ প্ৰহ্লাদ দৈত্যসিশুসব সহিতে ঃ পৰম আনন্দে ঃ এক পাস হুয়া ঃ বৈঠিয়ে ৰহল । তদনন্তৰে ঃ দৈত্যেশ্বৰে প্ৰহ্লাদক পঢ়াইতে ষণ্ডামৰ্ক হাতে দেলহ ॥*॥

হিৰন্য-কশিপু বোল ॥ আহে গুৰু ঃ হামাৰ পুত্ৰ প্ৰহ্লাদক ঃ ৰাজনীতি ভালমতে সিখাৱ ॥*॥

সূত্ৰ ॥ ঐছন আদেস পাই ঃ ষণ্ডামৰ্ক প্ৰহ্লাদক ঘৰে আনিয়ে বামানয় সাস্ত্ৰ পঢ়াইতে লাগল । আন দৈত্য সিশুসবে পঢ়য় ঃ তাহেক প্ৰহ্লাদে মনে ভাল মানয়ে নাহি ।

---

৭৫। ধিৰ ঃ ৭৬। মহন্ত ঃ

এক দিবসে হিৰন্যকশিপু প্রহ্লাদক কোলে কৰিয়েঃ হাসিয়ে পুছত ॥*॥

হিৰন্যকশিপু বোল ॥ হে বাপু প্রহ্লাদঃ তুহুঁ কাহেক মনে ভাল মানসঃ হামাক সত্বৰে কহ ॥*॥

প্রহ্লাদ বোল ॥ হে পিতাঃ ওহি গৃহ অন্ধকুপ প্রায়ঃ জানি ইহাক পৰিত্যাগ কৰিয়েঃ তপোবনে গৈয়া৭৭ঃ এক চিত্তে হৰিক আৰাধনা কৰহ ঃ ইহাক সমান আৰ কিচো ভাল নাহি ॥*॥

সূত্র ॥ ঐছন বানি স্তুনিয়েঃ দৈত্যেশ্বৰে হাসি বোলল ॥*॥

হিৰণ্যকশিপু বোল ॥ হে গুৰুঃ ইহাৰ বুদ্ধি কেবা ভেদ কৰাৱল। আহে ষণ্ডামর্কঃ ইহাক ভাল মতে পঢ়াৱহ৭৮ ॥*॥

সূত্র ॥ ইহা সুনিঃ ষণ্ডামর্কে আপুন গৃহে আনিয়েঃ প্রহ্লাদক পুছত ॥*॥

ষণ্ডামর্ক বোল ॥ আহে বাপু প্রহ্লাদঃ তোহাক ঐছন বিপর্য্যয় বুদ্ধি কেবা দেলহঃ তাহেক হামাক সত্বৰে কহ ॥*॥

সূত্র ॥ প্রহ্লাদে শ্রীকৃষ্ণৰ চৰন মনে নমি বোলল ॥*॥

প্রহ্লাদ বোল ॥ হে গুৰুঃ ব্রহ্মা আদি যত জত দেৱতা থিকঃ জাহাক মায়ায়ে মোহিতঃ জাহাৰ মহিমাৰ অন্ত নাহিঃ সো হৰি হামাৰ বুদ্ধি ভেদ কৰয়৭৯ ॥*॥

৭৭। ঙ্গাইঃ ৭৮। পঢ়াৱঃ ৭৯। কয়লঃ



সূত্র ॥ ওহি বুলিঃ প্রহ্লাদ মৌনে ৰহল। ষণ্ডামর্ক পৰম ক্রোধে গর্জ্জিতে লাগল ॥*॥ ষণ্ডামর্কে বোল ॥ অয়ে পাপি দুৰাচাৰঃ তুহু দৈত্য কুলৰ কণ্টক উপজিলিঃ হামাৰ অপযস আনলিঃ বিষ্ণুপক্ষ হুয়াঃ সর্ব্বকুল ক্ষয় কয়লি ॥*॥

সূত্র ॥ ওহি বুলিঃ অনেক ভয় দেখাই পুনঃ পঢ়ায়য়। তদনন্তৰে ষণ্ডামর্কে সাস্ত্র জানল বুলিয়েঃ পৰম ৰঙ্গ মনে প্রহ্লাদকঃ দৈত্যেন্দ্রৰ আগে ভেটাৱল। হিৰণ্যকশিপু হাতে তুলিঃ প্রহ্লাদক আশ্বাস কয়েঃ জৈছে কোলে বৈঠাইঃ বয়নে চুম্বন দিয়েঃ পুছয় ॥*॥

হিৰন্যকশিপু বোল ॥ হে বাপুঃ কিবা৮০ সোভন পাঠ পৰি আছহঃ হামাত সত্বৰে কহ ॥*॥

সূত্র ॥ পিতৃবাক্য স্তুনিয়েঃ প্রহ্লাদে পৰম সাদৰেঃ জৈছে কহিতে লাগলঃ তাহে দেখহ স্তুনহঃ নিৰন্তৰে হৰি বোল হৰি ॥

## গীত ॥ ৰাগ শ্রী ॥ জোতিমান৮১ ॥

ধুৱা ॥ প্রহ্লাদে বোলয় পিতৃৰ আগে পৰম সাদৰে।
নাহি সুসোভন পাঠ হৰি-ভক্তি পৰে ॥
পদ ॥ শ্রৱন কীর্ত্তন পদ কখিৰ স্মৰন।
দাস্য সখিত দেহা অর্পন বন্দন ॥

৮০। জিবাঃ ৮১। পৰিতালঃ

নববিধ ভক্তি সদা করু৮২ আচৰন ।
কহয় দৈত্যাৰি গতি মেৰি নাৰায়ন ॥১৩॥

কথা ॥ প্ৰহ্লাদ বোল ॥ হে পিতৃ ঃ নৱবিধ ভক্তি সদা আচৰয় ঃ ওহি উত্তম পাঠ ঃ ইহাত পৰে ভাল৮৩ নাহি ॥*॥

সূত্ৰ ॥ ইহা সুনি ঃ হিৰন্যকশিপু কোপে কাম্পয় ঃ যণ্ডা-মৰ্কক নিৰেখিয়ে গালি পাৰিতে লাগল ॥*॥

হিৰন্যকশিপু বোল ॥ ঐয়ে পাপি অধম ব্ৰাহ্মন ঃ সিশুক ওহি পাঠ সিখাৱলি ॥*

সূত্ৰ ॥ ষণ্ডামৰ্ক মহাভয় হুয়া ঃ বোলিতে লাগল ॥*॥

ষণ্ডামৰ্ক বোল ॥ হে নৃপতি ঃ ওহি পাঠ হামু সিখাৱলো নাহি ঃ আনো নাহি সিখাৱত ঃ তোহাৰি তনয় স্বভাৱে বোলয় ঃ হামাকু দোষ নাহি ধৰবি ॥*॥

সূত্ৰ ॥ হিৰন্যকশিপু প্ৰহ্লাদত পুনু পুছত ॥*॥

হিৰন্যকশিপু বোল ॥ হে বালক৮৪ ঃ গুৰু নিসিকাইলে হেন বিপৰ্য্যয় বানি তোহো কৈছে বোলস ॥*॥

প্ৰহ্লাদ বোল ॥ হে পিতা ঃ বিষয়ি জনৰ গতি নাহি ঃ আপুনি বিষয়ি হুয়া জিতো বিষয়িক৮৫ গুৰু মানয়৮৬ ঃ জৈছে অন্ধক অন্ধে উপদেস দিয়ত৮৭ সাধুসেৱা বিনা কৃষ্ণক জানয়ে মাহি ॥*॥

৮২ । কৰা ঃ ৮৩ । আন ঃ ৮৪ । বাপু ঃ ৮৫ । বিষয়ক ঃ ৮৬ । মানৱত ঃ ৮৭ । দেই ঃ



সূত্ৰ ॥ ঐছন বানি সুনিয়ে ঃ হিৰন্যকশিপু প্ৰহ্লাদক ক্ৰোধে মাটিক লাগি আচাৰি পেহ্লাৱল ॥

শ্লোক ॥ হিৰণ্যকশিপুঃ পুত্ৰং প্ৰহ্লাদং কেশৱপ্ৰিয়ম্ ।
জিঘাংসুৰকৰোন্নানা যাতনা মৃত্যু-হেতৱে ॥১০॥

সূত্ৰ ॥ হিৰন্যকশিপু প্ৰহ্লাদক বধ হেতু ঃ নানান যাতনা কৰাৱল ঃ পৰম ক্ৰোধে ৰাক্ষসগনক আদেস কয়ল ॥

হিৰন্যকশিপু বোল ॥ ঐয়ে দৈত্যসব ৮৮ ঃ ওহি পাপীষ্ঠক সত্বৰে মাৰহ ॥*॥

সূত্ৰ ॥ ঐছন আদেস পাই ঃ দৈত্যসবে ৮৯ হাতে সুল ধৰিয়ে ঃ কাটমাৰ বুলি ঃ প্ৰহ্লাদক সুল প্ৰহাৰ কয়ল ঃ ভোথা হুয়া সুল উফৰি পড়ল । তাহে পেখিয়ে হিৰন্যকপিপু বোল ॥*॥

ঐয়ে দানবগন ঃ ওহি পাপীষ্ঠক হস্তি আনিয়ে মাৰহ ॥*॥

সূত্ৰ ॥ ঐছন আদেস পায়া ঃ দৈত্যসবে প্ৰহ্লাদক নিয়া ঃ মহা দুৰ্জয় হস্তি লগাৱল ঃ হস্তি মহাক্ৰোধে দন্ত ভিড়াইল ঃ দন্ত ভাঙ্গলঃ তথাপি কিচো কৰিতে নাহি পাৰল । তাহে পেখিয়ে ঃ পুনঃ হিৰন্যকশিপু বোল ॥*॥

ঐয়ে দানবগন ঃ ইহাক জলত পেহ্লাই ঃ উপৰে পৰ্ব্বত দিয়ে জাপুহ ॥*॥

৮৪ । বাপু ঃ ৮৫ । বিষয়ক ঃ ৮৬ । মানৱত ঃ ৮৭ । দেই ঃ
৮৮ । ৰাক্ষসসব ঃ ৮৯ । ৰাক্ষসসবে ঃ

সূত্ৰ ॥ ৰাজাক ঐছন বানি সুনিয়েঃ দানবগন প্ৰহ্লাদক জলত পেহ্লাইঃ উপৰে পৰ্ব্বত দিয়া জাপুন্তঃ তথাপি কিচো নাহি ভেল। পুনঃ দানবগনক সম্বোধি বোলল ॥*॥

হিৰন্যকশিপু বোল ॥ ঐয়ে দানবগনঃ ইহাক সৰ্প আনিয়ে দংসাৱ। ইহাত যদি নাহি মৰয়ঃ তেবে পৰ্ব্বত উপৰেতু'ল পেলাৱঃ গৰ্ত্ত খানি পোতহঃ বিষপান কৰাৱঃ এবম্প্ৰকাৰে নানা দুৰ্গতি কৰিয়ে ইহাক মাৰহ ॥*॥

সূত্ৰ ॥ ঐছন আদেস পাইঃ দৈত্যসবে পৰম যতনে ভুজঙ্গক আনি প্ৰহ্লাদক লগাৱল। আহে লোকঃ ভক্তৰ মহিমা কি কহবঃ প্ৰহ্লাদক অঙ্গ স্পৰ্শে সৰ্পৰ দন্ত ভাঙ্গি আপুনে মৰল। তদনন্তৰে দৈত্যসবে প্ৰহ্লাদক উচ্চ পৰ্ব্বতৰ উপৰ হন্তে বান্ধি পেহ্লাৱলঃ তাহাতো সে দয়াময় হৰিঃ উপৰে প্ৰহ্লাদক আঙ্কোৱালি ধৰলঃ প্ৰান নাহি চাড়ল। তদনন্তৰে দৈত্যসবে গৰ্ত্ত খানিঃ মাটিত পুতি ৰাখলঃ কতোক্ষন পৰে দেখলঃ সে প্ৰহ্লাদ মৰল নাহি। তদনন্তৰে হলাহল বিস পান কৰাৱলঃ তথাপি সিশুৰ প্ৰান চাৰয়ে নাহি। ওহি প্ৰকাৰে বহুবিধ দুৰ্গতি কৰিতে লাগলঃ তবহু সিশুক প্ৰান জায়ে নাহঃ শ্ৰীকৃষ্ণ চৰন চিন্তিয়ে থিক। হে সমাজিক লোকঃ হৰি চৰন সেবাৰ মহিমা দেখহঃ দেখু দেখুঃ নানান দুৰ্গতিতো



সিশু নাহি মৰল। তাহে দেখি বিস্ময় হুয়া হিৰন্যকশিপু বোলল ॥*॥

হিৰন্যকশিপু বোল ॥ আঃ অতয়ে যত্ন কয়লো তথাপি ওহি সিশুক বধিতে নাহি পাৰলোঃ কৈছন উপায়ে ইহাক বধ কৰব। হে দৈত্যসবঃ সত্বৰে হামাৰ আগে অগ্নিকুণ্ড সাজিয়েঃ ইহাক হাতে গলে বান্ধি॥ অগ্নিত পেলাৱহ ॥

সূত্ৰ ॥ আহে লোকঃ দৈত্যেন্দ্ৰক ঐছন প্ৰচণ্ড বানি সুনিয়েঃ দৈত্যসবে মহা অগ্নিকুণ্ড সাজলঃ প্ৰচণ্ড অগ্নিৰ তাপ গগন পৰসলঃ তাহে দেখিঃ প্ৰহ্লাদে জৈছে শ্ৰীহৰিক চিন্তিয়েঃ বিলাপ কয়ে লাগলঃ তাহে দেখহ সুনহঃ নিৰন্তৰে হৰিবোল হৰি ॥

গীত ॥ ৰাগ তুৰ ভাঠিয়ালি ॥ ধৰম জোতি ॥

ধুৰা ॥ এহৰি দেহু দেখা অন্তিম সময়।
প্ৰচণ্ড বহ্নিৰ তাপে মেৰি প্ৰান জাই ॥

পদ ॥ নভৈল ভকতি মেৰি পাতাক পৰম।
সোহ দোষে আজি মেৰি জাইবেক জিৱন ॥
কৰিয়া আছলো আসা ভজিবো চৰন।
নভৈলেক আসা সিদ্ধি গৈলেক জিৱন ॥
জিৱনে মৰনে জোনো স্মৰু তজু নাম।
ওহি আসা প্ৰভু মম সিদ্ধ কৰা ৰাম ॥

ওহি বুলি শ্ৰীহৰিক হৃদয়ত ধৰি ।
অগ্নিত প্ৰবেস কৰে কহয় দৈত্যাৰি ॥১৪॥

সূত্ৰ ॥ আহে লোক ঃ ঐছন বিলাপ কয়ে ঃ জৈছে প্ৰহ্লাদ অগ্নিত প্ৰবেস কয়ল ঃ প্ৰহ্লাদক অঙ্গস্পৰ্শে অগ্নি ঃ ততকালে সিতল হুয়া পৰল । হৰি সেৱাৰ মহিমা কি কহব ঃ প্ৰহ্লাদত প্ৰমান লেহু ঃ অতয়ে বিঘিনি ঃ তথাপি কিচো কৰিতে নাহি পাৰল । জে হৰিত এক সৰন পসিয়ে হৰিগুন শ্ৰৱন কীৰ্ত্তন কৰয় ঃ তাহেক হৰি ৰক্ষা কৰয় ঃ জানি হৰিৰ চৰন সাৰ কৰিয়ে ঃ নিৰন্তৰে হৰি বোল হৰি ॥

শ্লোক ॥ ইতি তং চিন্তয়া কিঞ্চিন্ম্লানশ্ৰিয়মধোমুখম্ ।
শণ্ডামৰ্কাৱোশনসৌ বিৱিক্ত ইতি হোচতুঃ ॥১১॥

সূত্ৰ ॥ হিৰন্যকশিপু প্ৰহ্লাদক নিৰ্ভয় দেখিয়ে ঃ দুৰন্ত চিন্তা পাৱল ঃ শ্ৰীহত হুয়া ঃ অধোমুখে ৰহল ঃ তাহে পেখি ষণ্ডামৰ্কে জে বোলল ॥*॥

ষণ্ডামৰ্ক বোল ॥ হে মহাৰাজ ঃ তোহোঁ কি নিমিতে চিন্তা কৰহ ঃ তিনিও লোকক জিনি ঃ তোহাৰ কাহাক ভয় থিক ঃ ইহাক দোষ নাহি ধৰবি ঃ ওহি অবোধ ছাৱাল ঃ কতো দিন বৰুণক পাসে বন্ধ কএ ৰক্ষা কৰহ ঃ অৱশ্যে বয়স হৈলে বুদ্ধি হোৱব ॥*॥

হিৰন্যকশিপু বোল ॥ হে গুৰুপুত্ৰ ঃ ইহাক ওহি কৰহ ঃ ভালমতে ৰাজনিতি সিখাৱহ ॥*॥



সূত্ৰ ॥ ৰাজাক ঐছন বানি সুনিএ ঃ ষণ্ডামৰ্কে প্ৰহ্লাদক পুনু গৃহে আনিয়ে ঃ মহাযত্নে পঢ়াৱল ঃ প্ৰহ্লাদে শ্ৰীহৰিৰ চৰনে মন স্থিৰ কয়ে কহুঁ ঃ তাহেক ভাল নাহি মানত । তদনন্তৰে গুৰু গৃহ কামে গেল ঃ প্ৰহ্লাদে সিশুসবক ডাকল ঃ সিশুসব প্ৰহ্লাদক গৌৰৱে বেঢ়ি বৈঠল ঃ প্ৰহ্লাদে সিশুসবক জৈছে হিত উপদেস বোল ; তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি ॥

গীত ॥ ৰাগ কল্যান ॥ একতালি৯০ ॥

ধ্ৰুং ॥ এ বালকসব ঃ সুন সুন স্বৰূপ বচন ।
ওহি সংসাৰ ঃ সাৰ নাহ জানিয়ে ঃ
হৰি পাৱে পসিয়ো৯১ সৰন৯২ ॥

পদ ॥ কুমাৰ কালত হৰি ঃ ভজিয়ো নিশ্চয় কৰি ঃ
জাৱতে বিষয়ে ধৰে নাহি ।
পুত্ৰ পত্নি কলেৱৰ৯৩ঃ অনুমাত্ৰ নোহি সাৰ৯৪ঃ
আৰ অৰ্থে ব্যৰ্থে আয়ু জাহি ॥
নলাগে ভক্তিত৯৫ দেৱঃ দ্বিজ সদাচাৰি৯৬ হুইবেঃ
সমস্তে প্ৰানীৰ অধিকাৰ৯৭ ।
জক্ষ ৰক্ষ পসু প ক্ষ ঃ তৰিল সাক্ষাতে দেখি ঃ
৯৮ কহয় দৈত্যাৰি ওহি সাৰ ॥১৫॥

---

৯০। জ্যোতিমান ঃ ৯১। নিঃজোক ঃ ৯২। মন ঃ ৯৩। কলত্ৰৰ ঃ ৯৪। স্থিৰ ঃ ৯৫। ভজিবে ঃ ৯৬। সদাচাৰ ঃ ৯৭। অধিকাৰি ঃ ৯৮। "ওহিসাৰ কহয় দৈত্যাৰি" ঃ

কথা ॥ প্রহ্লাদ বোল ॥ হে বালক সব ঃ ওহি সংসাৰ অসাৰ জানি ঃ কুমাৰ কাল হন্তে হৰিভক্তি আৰম্ভ কৰহ ঃ সৰ্ব্ব অৱস্থাতে ভক্তি কৰহ ঃ হৰিভক্তিত দেৱ দ্বিজ সদাচাৰ লাগয়ে নাহি ঃ জক্ষ ৰক্ষ পসুসবো গতি পাৱত ঃ জানি অসুৰ স্বভাৱ চাড়ি ঃ হৰিক ভজহ ঃ হামু ওহি উপদেস নাৰদত পাৱলো ॥

সূত্ৰ ॥ সুনি সিশুসবে প্রহ্লাদত পুছত ॥*॥

সিশুসব বোল ॥ হে ৰাজকুমাৰ ঃ তোহো অন্তেসপুৰে থিক : নাৰদক কমন পৰকাৰে ভেট পাৱল ঃ ওহি সুমধুৰ হৰিনাম ঃ নাৰদত হন্তে কমন প্রকাৰে শিক্ষা কয়লি ॥*॥

প্রহ্লাদ বোল ॥ হে বালকসব ঃ নাৰদক ৈছে লাগ পাৱলো ঃ তা সুনহ । হামাৰ পিতৃ তপস্যাক গেল সুনিয়ে ঃ দৈত্যগন ভয় হুয়া পলাৱল ঃ ইন্দ্রে হামাৰ মাতৃক ধৰি আপুন থানে নিয়া জাই ঃ সোহি সময় নাৰদে পাই ঃ ইন্দ্রক উপদেস বোলল ঃ নাৰদক বাক্যে ইন্দ্রে মাতৃক চোড়ি আপুন থানে গেলহ ঃ কৃপাময় নাৰদ মাতৃক আশ্রমে থৈয়া ঃ জ্ঞান উপদেস দেলহ ঃ হামাক গৰ্ভতে উপদেস দেলহ ঃ হামু ঋষিৰ প্রসাদে সুমৰন কৰোহোঁ ॥*॥

সূত্ৰ ॥ প্রহ্লাদক ঐছন বানি সুনি ঃ সিশুসবৰ মতি ভেদ ভেল ঃ হৰিভক্তি কৰিতে লাগল ঃ গুৰুৰ শিক্ষাত



মতি নাহি দিয়ত ঃ দেখি ষণ্ডামৰ্কে সবাকো মাৰত ঃ তথাপি আতাস পাৰিয়ে ঃ ৰাম বোলত ঃ তাহে দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি ॥

## গীত ॥ ৰাগ মাহুৰ ॥ একতালি ॥

ধ্রুৱ ॥ দৈত্য বালকঝাক ঃ সুনিয়া প্রহ্লাদ বাক ঃ
সবাহাৰে ভেদ ভৈল মন ।
গুৰুৰ শিক্ষাত মতি ঃ নোঁদ কৃষ্ণ পাৱে ৰতিঃ
দিয়া কৰে শ্রৱন কীৰ্ত্তন ॥
পদ ॥ দেখিয়া পৰম ক্রোধে ঃ ষণ্ডামৰ্ক দ্বিজবৰে ঃ
ধৰি আনি সবাকো মাৰয় ।
তথাপিতো ভয়৯৯ এড়ি ঃ চাপৰি বজায়া হৰি ঃ
ৰাম১০০ বুলি১০১ আতাস পাৰয় ॥
গুৰু ষণ্ডামৰ্কে সুনি ঃ বিস্ময় মনত১০২ গুনি ঃ
ভৈলন্ত পৰম মনে ভয় ।
মাধৱৰ১০৩ চৰন১০৪ ঃ পঙ্কজ১০৫ ৰজ সেৱক ঃ
দিন দৈত্যাৰি দাসে কয় ॥১৬॥

সূত্ৰ ॥ ষণ্ডামৰ্ক অদ্ভুত দেখিয়ে ঃ ভয় হুয়া কহো ঃ প্রহ্লাদক হাতে ধৰি ঃ ১হা ৱেগে ৰাজাৰ আগে নিয়া গেলহ ঃ ৰাজাৰ সমিপ পাই ষণ্ডামৰ্কে বোলল ॥

---

৯৯। লাজ ঃ ১০০। ৰাম (লোপ) ঃ ১০১। বুলিআতি ঃ ১০২। হুগ ঃ ১০৩। মাধৱ ঃ ১০৪। দেৱৰ ঃ ১০৫। চৰন ঃ

যণ্ডামর্ক বোল ॥ হে মহাৰাজ ঃ তোহাৰি তনয় আপুনে শাস্ত্র পঢ়য়ে নাহি ঃ আনোসব সিশুক নষ্ট কয়ল ঃ তোহো নাজানি হামাত অপযস দেৱত ॥*॥

সূত্র ॥ ইহা সুনি হিৰন্যকশিপু মহা কোপে কাম্পয় ঃ চক্ষু ৰঙ্গা কৰিয়ে ঃ দসন চৰ্ব্বি বোলল ॥*॥

হিৰন্যকশিপু বোল ॥ অয়ে পাপিষ্ঠ ঃ তোহাক আজু প্ৰান লৱবো ঃ ৰহৰহ ঃ হামাক গণয়ে নাহি ঃ আঃ হামাৰ আজ্ঞা ভঙ্গ কয়ল ॥*॥

সূত্র ॥ সুনি প্ৰহ্লাদে কৰ জোড়ি পিতৃক চাহি ঃ পৰম বিনয়ে বুলিতে লাগল ঃ তাহে দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি ॥

গীত ॥ ৰাগশ্ৰী গান্ধাৰ ॥ একতালি ॥

ধ্রুং । পৰম সাদৰ কৰি ঃ হিৰন্যকশিপু আগে ঃ
কহয় প্ৰহ্লাদে দৃঢ় বানি ।
ভকত বৎসল দেৱ ঃ নাহি হৰি বিনে কেৱ ঃ
সবাহানে বৰ চক্ৰপানি ॥

পদ ॥ ব্ৰহ্মা হৰ আ'দ জাৰ ঃ চৰন সেবয় সদা ঃ
আপুন মায়াৰ বলে জোই ।
সৃষ্টি স্থিতি লয়-কাৰি ঃ ভকতৰ ভয়হাৰি ঃ
জাত পৰে বড় নাহি কোই ॥



অসুৰ স্বভাৱ এড়ি ঃ ভজহু ১০৬ নিয়ম কৰি ঃ
নাৰায়ন অৰুন চৰন ।
কহিলো সাৰৰ সাৰ ঃ তেজি জত অহঙ্কাৰ ঃ
হৰি পাৱে পসিয়ো সৰন ॥১৭॥

কথা ॥ প্ৰহ্লাদ বোল ॥ ওহি সংসাৰ অসাৰ জানি ঃ ইহাত বিশ্বাস চাড়িয়ে ঃ হৰিক ভজহ ঃ ব্ৰহ্মা হৰ জাহেৰ কিঙ্কৰ ঃ পতিত জনৰ গতি ঃ সৃষ্টি স্থিতি প্ৰলয় প্ৰবৰ্ত্তক ভগৱন্তক ঃ পৰম দেৱতা জানি ঃ অহঙ্কাৰ তেজি ভজহ । হামো পৰম সাৰ কহলো ॥*॥

সূত্র ॥ সুনি হিৰন্যকশিপু বোলল ॥*॥

হিৰন্যকশিপু বোল ॥ অয়ে পাপিষ্ঠ ঃ হামাক উপালম্ভ বোলহ ঃ তোহাক আজু হামু কাটবো ঃ দেখু কে না ৰক্ষা কৰয় ঃ তোহাৰি হৰি কমনে আছয় ঃ হামাক দেখাৱহ ॥*॥

সূত্র ॥ তাহে সুনি ঃ প্ৰহ্লাদে হাসি বোলল ॥

প্ৰহ্লাদ বোল ॥ হে পিতা ঃ ওহি ঈশ্বৰ সৰ্ব্বজগত ব্যাপক ঃ ঘট পট তৃন বন সবাকে ব্যাপি আছয় ঃ হামু ওহি ফটিকৰ স্তম্ভতো দেখু ১০৭ ॥*॥

সূত্র ॥ তাহে সুনি ঃ হিৰন্যকশিপু অতি কোপে আসন হন্তে উঠিয়ে ঃ স্তম্ভত মুষ্টি হানল ঃ জৈছে প্ৰলয়ৰ মেঘে নাদ কৰয় ঃ স্তম্ভৰ ভিতৰে তদ্বত নাদ কৰল ঃ

---

২০৬ । মনক ঃ ১০৭ । দেখত ঃ

সমজ্যাত জত দৈত্য থিক ঃ সবাহাৰে ভয় মিলল ঃ স্তুনি দৈত্যেশ্বৰক ধাতু অন্তৰীক্ষ ভেল ঃ কে না আতাস দেলহ ঃ ইহাৰ হেতু নাহি জানল ॥

শ্লোক ॥ স সত্ত্বমেনং পৰিতোহ পিপশ্যন্ ১০৮
স্তম্ভস্য মধ্যাদনুনির্জ্জিহানম্ ।
নায়ং মৃগো নাপি নৰো ৱিচিত্ৰ—
মহো কিমেতন্নৃ মৃগেন্দ্ৰৰূপম্ ॥১২॥

সূত্ৰ ॥ তদনন্তৰ ঃ কৃপাময় নাৰায়ন ঃ ভকত বৎসল গুনে ঃ নিজভক্ত প্ৰহ্লাদৰ বাক্য সাফলিয়ে ঃ জৈছে সোহি স্তম্ভ হন্তে বেকত ভেল ঃ আহে লোক ঃ তা দেখহ স্তুনহ ঃ নিৰন্তৰে হৰিবোল হৰি ॥

গীত ॥ ৰাগ বেলোৱাৰ ॥ পৰিতাল ॥

ধ্ৰুং ॥ দেখৰে নয়ন দোহো ভৰিয়ে,
আৰে ঈশ্বৰ নৰসিজ্ঘ ৰূপ ধাৰিয়ে ॥
পদ ॥ চক্ষু দুই তপ্ত স্তুবৰ্নৰ বৰ্ন ।
ভ্ৰুকুটি কুটিল মুখ তবধ কৰ্ন ॥
বিকট দসন আছে প্ৰকটি ।
বহল হৃদয় দিৰ্ঘ গ্ৰীৱ কৃস কটি ॥
অৰ্দ্ধেক তনু নৰ অৰ্দ্ধেক সিজ্ঘ ।
কহয় দৈত্যাৰি হৰিপদ সদ-সঙ্গ ॥*॥১৮॥

---

১০৮। পৰিভো ৱিপশ্যন্



সূত্ৰ ॥ ঐচন নৰসিজ্ঘ ৰূপে প্ৰবেস হুয়া ঃ এক পাসে ৰহল ঃ তদনন্তৰে মহা ভয় হুয়া ঃ হিৰন্যকশিপু মনে গুনিতে লাগল ॥*॥

হিৰন্যকশিপু বোল ॥ আঃ জানলো ঃ হামাক বাঞ্চিত হৰি আৱল ঃ অয়ে ভাতৃবৈৰী হৰি ঃ ভল্ল আজু তোহাক লাগ পাৱলো ঃ ৰহ ৰহ ঃ ওহি গদা-ঘাতে তোহাক কন্ধপাত কৰবো ॥*॥

সূত্ৰ ॥ ওহি বোলি ঃ গদা লৈয়া ধাৱল ঃ তাহে দেখি নৰ-সিজ্ঘ বোলল ॥*॥

কথা ॥ অয়ে পাপিষ্ঠ দৈত্য ঃ তোহো ত্ৰিজগতক জতয়ে লাঞ্চনা কয়লি ঃ ভক্ত প্ৰহ্লাদক জতেক যাতনা দেলহি ঃ আজু তাহাৰ প্ৰতিফল দিতে ঃ ওহি নৰসিজ্ঘ ৰূপে স্তম্ভৰ ভিতৰে বেকত ভেলো ঃ আজু হামাৰ হন্তে তোহাৰ নিস্তাৰ নাহি ঃ আজু হন্তে দৈত্যকুল নিৰ্ম্মুল কৰব ॥*॥

হিৰন্যকশিপু বোল ॥ অয়ে ভাতৃ বৈৰী হৰি ঃ তোহাক বিচাৰ কয়ে ঃ ত্ৰিজগতে নাহি ভেটলো ঃ ভল্ল ভেল ঃ জৈচন ফান্দত হৰিন বাজত ঃ ঐচন আজু সোহি কপট হৰি ঃ ওহি স্তম্ভক ভিতৰে মিলল ঃ আজু ওহি গদাঘাতে ঃ নিশ্চয়ে মুণ্ড খণ্ড খণ্ড কৰবো ॥*॥

সূত্ৰ ॥ ওহি বোলি ঃ নৰসিজ্ঘক সঙ্গে ঘোৰ যুদ্ধ কয়ল ঃ আহে লোক ঃ তাহে দেখহ স্তুনহ ঃ নিৰন্তৰে হৰি বোল হৰি ॥

গীত ॥ ৰাগ কানড়া ॥ পৰিতাল ॥ পয়াড় ॥

ধ্ৰুং ॥ কৰে গদা ধৰি দৈতেন্দ্ৰ আসে।
নেদেখি দৈত্যক নৃসিংহ পাসে ॥
পদ ॥ ফিৰয় ১০৯ পাক দৈত্য দুৰাচাৰ।
নৃসিংহেক দিলা গদাৰ প্ৰহাৰ ॥১॥
নৃসিংহে এড়াইলা কাতি কৰি কাই।
গদাই সহিতে ধৰিলেক জপাই ১১০ ॥
এড়াইলা দৈত্য আৰিমুৰি কৰি।
লিলায়ে এৰিলা আপুনি হৰি ॥২॥
দানবে পাছে খাণ্ডা বাক ধৰি।
ধাইলেক পক্ষী জেন শ্ৰম কৰি ॥
অধঃ উৰ্দ্ধে ফিৰে ১১১ সঘনে পাক।
খাণ্ডা ফিঙ্গাই ১১২ চাৰে সঘনে ডাক ॥৩॥
দেখিয়া ৰঙ্গে নৰসিজ্যে হাসি।
কম্পায়া সিৰ কেসৰ উল্লাসি ॥
দুৰ্ঘোৰ নাদে ভেদি স্বৰ্গক।
ধৰিলা চাম্প দিয়া দৈত্যেন্দ্ৰক ॥৪॥
হৰিল চেতন নাহিকে মাত।
ভৈলা নিসবদ মৰা সাক্ষাত ॥
ভক্তৰ প্ৰয়োজন সাধিবাক।
উৰুত স্থাপি চিত্ত কৰি তাক ॥৫॥

১০৯। ফুৰয়ঃ ১১০। জপ্তাইঃ ১১১। ফুৰেঃ ১১২। ফিঙ্কাইঃ



হৃদয় তাৰ নখে বিদাৰিলা।
গৰুড়ে সৰ্প্পক জেন ছিৰিলা ॥
ৰুধিৰে দিগিদ্ধ সৰিব দুই।
সিৰত মেহ্লাইলন্ত আন্ত দুই ॥৬॥
দেখিয়া কিতাইলা দানৱ ঝাক।
ধাইলেক নৃসিংহক মাৰিবাক ॥
নৃসিংহে পেহ্লাইলন্ত দৈত্যেন্দ্ৰক।
গৈলন্ত খেদিয়া দৈত্যগনক ॥৭॥
কাহাকো নখে কৰি দুই চিৰ।
চাপৰে চান্দিলা কাহাৰো সিৰ ॥
কাহাকো গোৰ মাৰি ঘৰাকাটি১১৩।
সংহাৰিলা জত দৈত্য পদাতি ॥৮॥
তেজিলা দৈতাক জিনি আটাস।
ত্ৰৈলোক্যৰ সবে মিলিলা ত্ৰাস ॥
বিচিত্ৰ দৈত্যৰ সিংহাসনে।
বসিলা নৰসিজ্য কোপ মনে ॥৯॥
নাপান্ত খুজিয়া আৰ বুঝাৰ১১৪।
ক্ৰোধত মুখ দেখি অন্ধকাৰ ॥
দেখিয়া ত্ৰিজগতে ভৈলা ভয়।
বোলা হৰি হৰি হৌক পাপৰ প্ৰলয় ॥১০॥*॥১৭॥

সূত্ৰ ॥ দৈত্যেন্দ্ৰক বধ সুনিয়েঃ দেৱতাসবে আসি কহোঁঃ গাৱে গাৱে নৃসিংহক স্তুতি কয়লঃ ব্ৰহ্মা হংস জানে

১১৩। ঘেৰেকাটিঃ ১১৪। আক ঝুজাৰঃ

চড়ি আৱল ঃ মহেস বৃষভ জানে চড়ি আৱল ঃ সব দেৱতাগনে স্তুতি কৰিতে লাগল ঃ তবোহো নৃসিংহ ক্রোধ তেজয়ে নাহি ঃ দেখি দেৱতাগনে লক্ষ্মীক জে বোলল ॥*॥

ইন্দ্র বোল ॥ হে মাতা ঃ তোহে স্বামিক সান্ত কৰহ ॥*॥

সূত্র ॥ সুনি লক্ষ্মী গাৱ চালি ঃ স্বামিক ভয়ঙ্কৰ ৰূপ দেখিএ ঃ পৰম ত্রাসে আখি মুদি পলাৱল । তদনন্তৰে ব্রহ্মা প্রহ্লাদক জে বোলল ॥*॥

ব্রহ্মা বোল ॥ হে বাপু প্রহ্লাদ ঃ তোহো নৃসিংহক কোপ উপসান্ত কৰহ ॥*॥

সূত্র ॥ ব্রহ্মাক বচন সাদৰ কয়ে কহো ঃ প্রহ্লাদ কৃতাঞ্জলি কৰিএ ঃ দণ্ডৱতে নৃসিংহক চৰনে প্রনাম কয়ল ঃ দেখি পৰম স্নেহে নৰসিংহে তাহেক আলিঙ্গি ধৰল ঃ হস্তে সিৰত পৰসি ধৰল । বিষ্ণুক স্নেহ পেখিয়ে ঃ প্রহ্লাদৰ প্রেম পৰসল ঃ তনু পুলকিত ভেল ঃ হৃদয় দ্রৱল ঃ লোতক ঝুৰে ঃ বাক্য গদগদ ঃ কৰজোড়ে জৈছে স্তুতি কৰল ঃ তা দেখল সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি ॥

## গীত ॥ ৰাগ বসন্ত ॥ জোতিমান ॥

ধ্রুং ॥ কৈছে কৰব১১৫ হৰি ভকতি তোমাক ।
পঞ্চেন্দ্রিয়ে কৰে সদা আকুল১১৬ আমাক ॥

১১৫। কৰোহে ঃ ১১৬। আউল ঃ



পদ ॥ তঝু মুখ পৰম আনন্দে আছো চাই১১৭ ।
কর্ণত১১৮ মধুৰ ধ্বনি নেড়য় সদাই ॥
ভয়ঙ্কৰ ৰূপ তঝু দেখি ভয় নাই ।
সংসাৰ নিকাৰ দেখি সদা ধাতু জাই ॥
হে প্রভু তঝু পাৱে পসিলো সৰন ।
কহয় দৈত্যাৰি কৃপা কৰা নাৰায়ন ॥*॥২০॥

কথা ঃ প্রহ্লাদ বোল ॥ হে পৰমেশ্বৰ ঃ পৰম পুৰুষ পুৰুষোত্তম ঃ তোহাৰি ভয়ঙ্কৰ ৰূপ দেখি ঃ হামাৰ ভয় নাহি ঃ সংসাৰ নিকাৰ দেখি প্রান অন্তৰীক্ষ হয় ঃ হে স্বামি ঃ ব্রহ্মাদি দেৱগনে সেৱা কৰিতে জানয়ে নাহি ঃ হামো অসুৰ-মতি কমনে জানবো ঃ তথাপি মূঢ় ভাৱে স্তুতি কয়লো ঃ ইহাত সন্তুষ্ট হৱবি ঃ তোহাৰি ৰূপ দেখি ঃ ব্রহ্মা আদি দেৱগনে ঃ ত্রাসে মৰয় ঃ জানি ওহি ক্রোধ ভাৱ তেজহ ॥*॥

সূত্র ॥ প্রহ্লাদৰ ঐচন স্তুতি সুনি ঃ ক্রোধভাৱ এড়ি ঃ হৰি হাসি হাসি বোলল ॥*

হৰি বোল ॥ হে প্রহ্লাদ ঃ তোহাৰি ভকতি দেখি ঃ পৰম সন্তোষ ভেলো ঃ তোহাৰি জে মনবাঞ্চা ঃ ওহি বৰ প্রার্থনা কৰহ ঃ হামো ভকতক মনবাঞ্চা পুৰন কৰোহো ঃ হামাক দৰসন ব্যর্থ নুহি ॥*॥

১১৭। "ত্বচ মুখ নাসিকা নয়নে আছো চাই।" ১১৮। শ্রৱনে ঃ

সূত্র ॥ তাহে সুনি প্রহ্লাদ জে বোলল ॥*॥

প্রহ্লাদ বোল ॥ হে প্রভু ঃ তোহোঁ হামাক পৰীক্ষা কৰহ ঃ হামাৰ চিত্ত তোহোঁ জানহ ঃ হামাৰ বৰে কাৰ্য্য নাহি ॥*॥

সূত্র ॥ তাহে সুনি প্রহ্লাদক হাসি জে বোলল ॥*॥

হৰি বোল ॥ হেপ্রহ্লাদ ঃ হামো জানো তুহু নিষ্কাম ভকত ঃ তথাপি এক মনুৰ কাল ৰাজা হুয়া ৰহ ঃ কিন্তু সদায়ে হামাৰ শ্রৱন কীৰ্ত্তন কৰবি ঃ অন্তকালে হামাৰ চৰনে লীন হৱবি ঃ ওহি কথা জিবা শ্রৱন কীৰ্ত্তন কৰব ঃ সোহি হামাক পাৱব ॥*॥

প্রহ্লাদ বোল ॥ হে প্রভু ঃ তথাপি এক বৰ মাগোহোঁ ঃ হামাৰ পিতৃ তোহাক দ্রোহ কয়ে পাপ আচৰল ঃ তাহেত হন্তে পিতৃ নিস্তৰোক ঃ ওহি বৰ হামাক দেহ ॥*॥

সূত্র ॥ প্রহ্লাদক ঐচন বানি সুনি নৃসিংহে বোলল ॥*॥

কথা ॥ হে প্রহ্লাদ ঃ ওহি বৰ তোহাক দিবাক লাগয়ে নাহি ঃ তোহোঁ পৰম ভকত ঃ তোহাৰ এক বিংসতি পুৰুষ উদ্ধাৰ ভেল ঃ তোহোঁ সুখে ৰাজ্য কৰহ ॥*॥

সূত্র ॥ তদনন্তৰে নৃসিংহে দেৱগন সহিতে ঃ প্রহ্লাদক অভিষেক কয়ল ঃ প্রহ্লাদ দৈত্যদানৱগনৰ ৰাজা ভেল ঃ দেৱগনে আসির্ব্বাদ কয়ে কহোঁ ঃ স্বৰ্গে চলি গেল ! তদনন্তৰ দৈত্যেন্দ্রক বধ কয়ে কহো ঃ শ্রীনাৰায়ন জৈছে ত্রৈলোক্যক আনন্দ কৰল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি ॥



গীত ॥ ৰাগ কল্যান ॥ খৰমান ॥

ধ্রুং ॥ জয় জয় জগত ঃ জনক জগ-জিৱন ঃ
যাদৱ দনুজ-সংহাৰি ।
চতুৰ বয়ন ঃ হৰ আদি নিৰন্তৰ ঃ
দেৱগন সেৱক জাহাৰি ॥

পদ ॥ সয়ল সংসাৰ ঃ বিনোদ জাহেৰি ঃ
জাকেৰি সম নাহি কোই ।
সজ্জন ৰঞ্জন ঃ দুৰ্জ্জন বিনাসন ঃ
পাৱন পতিত জন তোই ॥
সোহি মহেশ্বৰ ঃ নৰসিজ্ঘ ৰূপে ঃ
অক্ষয় হুয়া অৱতাৰ ।
হিৰন্যকশিপু ঃ আদি মাৰি অসুৰ ঃ
ভুমিকো উদ্ধাৰিলা ভাৰ ॥
ভক্ত প্রহ্লাদক ঃ আশ্বাসি দেৱক ঃ
সক্রক কৰু নিৰজান ।
মাধৱ দেৱৰ ঃ পদৰজ মানস ঃ
পৰস দৈত্যাৰি মান ॥

সূত্র ॥ আহে সমাজিক লোক ঃ ওহি নৃসিংহ চৰিত্র ঃ দৈত্যক বধ ঃ প্রহ্লাদৰ পুন্যকথা ঃ জেবা শ্রদ্ধায়ে সুনে বা ভনে ঃ তাহাৰি শ্রীকৃষ্ণক ভকতি বাঢ়য় ঃ জিবাসবে

কৃষ্ণক চৰনে সৰন পসয় ঃ তাৰাসবৰ সকলো বিঘিনি বিপদ অন্ত হোই ঃ অন্তে বৈকুণ্ঠপুৰে শ্ৰীকৃষ্ণৰ চৰনে লীন হোৱয় । আহে সমাজিক লোক ঃ জাহাৰ নামে পৰম পতিতজন ঃ গতি পাৱয় ঃ হেনয় দয়াময় করুনাসিন্ধু ঃ শ্ৰীকৃষ্ণৰ চৰনে একান্ত সৰন পসহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

ইতি নৃসিংহ লীলা যাত্ৰা নাট সম্পূৰ্ণ ।

[ গোৱালপাড়াত পোৱা এখন নকল পুথি ( তাৰিখ অজ্ঞাত ) আৰু গুৱালকুছিৰ শঙ্কৰ সত্ৰৰ এখন নকল পুথিৰ ( তাৰিখ অজ্ঞাত ) পৰা উদ্ধৃত । ]

# স্যমন্ত-হৰণ যাত্ৰা

শ্ৰীকৃষ্ণায় নমঃ ॥

শ্লোক১ ॥ নমঃ কৃষ্ণৱিষ্ণোঽচ্যুতানন্ত-শক্তে
নমো ৰামৰাজীৱনেত্ৰ প্ৰভো তে ।
নমো ব্ৰহ্মমূৰ্ত্তে মুৰাৰে পৰেশ
নমো ৱিশ্বৱাস প্ৰসীদ প্ৰসীদ ॥১॥

অপিচ

গজেন্দ্ৰপৰাক্ৰমং নিৰ্জিত্য ঋক্ষং
মুদালীলয়া দৈৱকীনন্দনো যঃ ।
প্ৰিয়ং স্যমন্তকং জহাৰ প্ৰিয়াৰ্থং
পৰেশায় কৃষ্ণায় তস্মৈ নমো মে ॥২॥

নান্দী গিত ॥ ৰাগ সুহাই ॥ জোতিমান ॥

ধ্ৰুং ॥ জয় জয় নন্দ-নন্দন ।
তুৱা পাৱে কৰহুঁ বন্দন ॥

---

১ । শ্লোক ॥ নমো নন্দকুমাৰায় গোবিন্দপৰমাত্মনে ।
করুণাময়কৃষ্ণায় কেশৱায় নমোঽস্তু তে ॥১॥
অপিচ ঃ যেনাকাৰি ঋক্ষকেশ, পৰাভৱেন দুহিতা ৰমণী ।
কলঙ্কআত্মনোঽচ্ছেদি, সুহৃদাং মন্যুশ্চ ভগৱান্ তদাখ্যঃ ॥২॥
—পাঠান্তৰ ।

পদ ॥ জোহি ঋক্ষ জিনি জদুপতি ।
মনি সমে পাইলা জাম্বঁঅতি ॥
আপুনি কলঙ্ক কৰি দুৰ ।
ভৈলা প্ৰভু অনিন্দ প্ৰচুৰ ॥
মাধৱৰ পাদপদ্ম মনে ।
বালক দৈত্যাৰি এহু ভনে ॥*॥১॥

নান্দ্যন্তে সূত্ৰধাৰঃ । অলমতিৱিস্তৰেণ । প্ৰথমে শ্ৰীকৃষ্ণং নত্বা সভাসদঃ প্ৰত্যাহ ॥

শ্লোক ॥ ভো ভোঃ সভাসদঃ সাধু শৃণুধ্বং শ্ৰদ্ধয়াধুনা ।
স্যমন্তহৰণং নাম নাটকং মুক্তিসাধকম্ ॥৩॥

অথ ভটিমা ॥

জয় জয় পৰম ঃ পুৰুষ পৰমানন্দ ঃ নন্দনন্দন বনচাৰি ।
জয়ভকত[২] ভয় ঃ ভঞ্জন গোবিন্দ ঃ আনন্দ বিপিন বিহাৰি ॥
অঘবক কেসি[৩] ঃ ধেনুক পুতনা[৪] ঃ মাল্লমাৰি কংসঘালি ।
কালিয় নিকালি ঃ সঙ্খচূৰ মাৰি ঃ গোপিজন প্ৰতিপালি ॥
সত্ৰাজিত বাদ[৫] ঃ কলঙ্ক সুনিয়ে[৬] ঃ ঋক্ষপতি[৭] ৰনে জিনি ।
আপুন কলঙ্ক ঃ দুৰ কৰি[৮] প্ৰভু ঃ স্যমন্তক দিলা আনি ॥
জাম্বৱতি সত্য ঃ ভমাক বিবাহ ঃ কয়লি[৯] দৰ্পে প্ৰচুৰ । [১০]
জোহি ভগৱন্ত ঃ কৃষ্ণ কৃপাময় ঃ ধাতা সকল সুৰাসুৰ ॥

২ । জয় ঃ ৩ । পুতনা ঃ ৪ । মাৰিয়ে ঃ ৫ । কথা ঃ ৬ । নাসি ঃ ৭ । যদুপতি ঃ ৮ । কৰিতে ঃ ৯ । কৰিলা ঃ

১০ । জাম্বৱতি সত্য ঃ ভামাক বিবাহ ঃ কয়লি পৰম সুৰ ।
... ... ... ... ...
জোহি ভগৱন্ত ঃ কৃষ্ণ কৃপাময় ঃ অখিল লোকৰ ধাতা ।
সকল সুৰাসুৰ ঃ বন্দিত পদযুগ ঃ ভকতি মুকুতি পদদাতা ॥



ব্ৰহ্মা সঙ্কৰ ঃ লক্ষ্মী জাকৰ ঃ চৰণেহি কৰে নিতে সেৱা ।
তৃভুবন কাৰণ ঃ তাৰন সয়ল[১১] ঃ জো হৰি দেৱক দেৱা ॥
ভুমিক ভাৰ ; উতাৰল তাৰল ঃ নৰৰূপ ধৰি অবিৰাম ।
সুন সাধুজন[১২] ঃ হুয়া সাৱধান ঃ কৃষ্ণক গুন অনুপাম[১৩] ॥
সোহি মহেস্বৰ ঃ কৃষ্ণক নাটক ঃ স্যমন্তহৰণ আহে[১৪] নাম ।
সুন সভাসদ ঃ খন্দোক আপদ ঃ ডাকি বোলহু ৰাম ৰাম ॥*॥

সূত্ৰ ॥ আহে সমাজিক লোক ঃ জে সুৰাসুৰ বন্দিত পাদপদ্ম ঃ পৰম পুৰুষ পুৰুষোত্তম ঃ জোহি নাৰায়ণ ঃ কলিৰ মলিন মনুষ্য-নিস্তাৰ কাৰণে[১৫] দৈৱকিত হন্তে বেকত ভেল[১৬] ঃ সোহি শ্ৰীকৃষ্ণ ঃ ওহি সভামধ্যে প্ৰবেস কএ কহুঁ ঃ স্যমন্তহৰণ-লিলা জাত্ৰা ঃ পৰম কৌতুকে কৰব ঃ তাহে দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰিবোল ॥ ইতি জ্ঞাত্বা সৰ্ব্বে সাৱধানে স্থীয়তাম্ ।

পুন্ন সূত্ৰধাৰঃ । ( আকাশে কৰ্ণং দত্বা ) আহে সঙ্গি ঃ কি বাদ্য সুনিয়ে ॥

সঙ্গিবোল ॥ আহে সঙ্গি সখি[১৭] ঃ দেৱ-দুন্দুভি বাজত ঃ আহে দেৱ-দুন্দুভি বাজত ॥*॥
—অঃ শ্ৰীকৃষ্ণ প্ৰিয়া ৰুক্মিনি সহিতে মিলল মিলল ॥

শ্লোক ॥ প্ৰৱেশমকৰোদ্দেৱো ৰুক্মিণ্যা সহ কেশৱঃ ।
লীলাগতিৰ্লসৎকান্তিঃ শ্ৰীকান্তঃ কামকোটিজিৎ ॥৪॥

১১ । প্ৰলম্ব মাৰন ঃ ১২ । বুধজন ঃ ১৩ । অৱতাৰ ঃ ১৪ । আহে [ লোপ ] ১৫ । কলিৰ লোকক অনুগ্ৰহ নিমিত্তে ঃ ১৬ । অৱতৰল ঃ ১৭ । সখি ( লোপ )

সুত্র ॥ আহে সমাজিক লোক ঃ হামু জাহেৰি কথা কহৈচি১৮
সোহি শ্ৰীকৃষ্ণ পৃয়া ৰুকুনি সহিতে ঃ ওহি সভা
মধ্যে প্ৰবেস কয়ে ঃ এ আৱত এ আৱত ॥

ইতি সূত্ৰঃ নিষ্ক্ৰান্তঃ ॥

গিত ॥ ৰাগ সিন্ধুৰা ॥ একতালি ॥

কৌতুকে১৯ কয় পৰবেস যদুমনি ।
সঙ্গে চলল সখি সমে ৰুকমিনি ॥
পদ ॥ কণ্ঠে কৌস্তুভ মনি কৰু২০ পৰকাস ।
শ্যামল অঙ্গে সোভিত পিতবাস ॥
চৰণক ৰঞ্জি মঞ্জিৰ কৰু ৰোল ।
তাহে মজোক মন দৈত্যাৰি বোল ॥*॥২॥

সুত্র ॥ আহে সমাজিক লোক ঃ ঐছন প্ৰবেস কএ ঃ
শ্ৰীকৃষ্ণ প্ৰিয়া ৰুকমিনি সহিত একপাস হুয়া ৰহল ।
তদনন্তৰে ৰাজা সত্ৰাজিতক প্ৰবেস সুনহ ॥

শ্লোক ॥ সত্ৰাজিতঃ সমো ভাৱঃ সূৰ্য আৰাধনস্তথা ।
স্যমন্তমণিগ্ৰীৱশ্চ সভামধ্যে উপস্থিতঃ ॥৫॥

সুত্র ॥ আহে সমাজিক লোক ঃ সত্ৰাজিত প্ৰবেস কয়ে
আৱত ঃ তাহে দেখহ সুনহ ঃ নিৰন্তৰে হৰিবোল
হৰিবোল ॥

১৮। কহোচি ঃ ১৯। আৱত ঃ ২০। কৰে ঃ



গিত ॥ ৰাগ কানড়া ॥ পৰিতাল ॥

আৰে সত্ৰাজিত তপ কৰিতে ।
সুৰ্য্য আৰাধিতে২১ একান্ত চিতে ॥
পদ ॥ হাতে গলে সিৰে ৰুদ্ৰাক্ষ জোতাজোত২২ ।
কান্ধে উতৰি নৰ২৩ চৰাচৰ ফোট ॥
ভোবকাৰ দাৰি-গোঁফ২৪ জটা সোহে মাথে ।
দণ্ডকমণ্ডলু ধৰিএ দুনো হাতে ॥
গাৱে বাঘছাল উৰ্দ্ধক চাই ।
একপদে২৫ থিক২৬ সুৰ্য্যক ধিয়াই ॥*॥৩॥

সূত্র । আহে সমাজিক লোক ঃ ঐছন প্ৰবেস কএ সত্ৰাজিত
সুৰ্য্যক আৰাধন কৰিতে ২৭ ৰহল ২৮ ॥

শ্লোক ॥ সূৰ্যশ্চ পৰমস্তুষ্টঃ সত্ৰাজিত সমীপগঃ ।
মণিসমো মহাৰাজ ঃ সভামধ্যে উপস্থিতঃ ॥৬॥

সুত্র ॥ তদনন্তৰ সুৰ্য্য ঃ সত্ৰাজিতক ভকতি দেখিএ ঃ পৰম
সন্তোষ হুয়া ঃ জৈছে সত্ৰাজিতক সমিপ আৱল ঃ
তাহে দেখহ সুনহ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গীত ॥ ৰাগ আসোআৰি ২৯ ॥ পৰিতাল ॥

আৱত দিনকৰ ৩০ ৰথে চৰিআ ৰে ৩১ ॥
দেৱ সিদ্ধ সব ৩২ চলে ৩৩ বেৰিআৰে ৩৪ ॥

২১। আৰাধে ঃ ২২। গলে ৰুদ্ৰৰ মালা জোতাজোত। ২৩। লয় ঃ
২৪। মুখে ঃ ২৫। পাদ ঃ ২৬। হুয়া ঃ
২৭। কয়ে ঃ ২৮। থিক ঃ ২৯। বেলোৱাৰ ঃ ৩০। সুৰ্য্য ঃ
৩১। চৰিলা ঃ ৩২। সমে ঃ ৩৩। আসে ঃ ৩৪। বেৰিআ ঃ

পদ ॥ গৌৰাঙ্গ অঙ্গ ৰক্ত ৩৫ বস্ত্র গাৰে।
দিস প্রকাসিত জাহে ৩৬ প্রভাৱে ৩৭ ॥
হাতে সৰধনু ধৰি কৰে হাস।
মাথে স্বেত ৩৮ ছত্র কৰু পৰকাস ॥৪॥

সূত্র ॥ ঐছন পৰকাৰে সুৰ্য্য আসি কহুঁ ঃ সত্রাজিতক তপ দেখিয়ে বোলল ॥ সুৰ্য্য বোল ॥ অয়ে সত্রাজিত ঃ হামু তোহাৰি ভকতিত ঃ পৰম সন্তুষ্ট ভেলু ঃ তোহাক ছামু প্রসাদ দেহু ঃ ওহি স্যমন্ত মনি লয়া জাৱ ৩৯ ॥

সূত্র ॥ ওহি বুলি ঃ সুৰ্য্যে সত্রাজিতৰ হাতে মনি দিএ ঃ মনিৰ মহিমা কহিতে লাগল। তদনন্তৰে সুৰ্য্য সত্রাজিতক মনি দিএ ঃ আপুন থানে চলল। সত্রাজিত মনি পায়া ঃ মহা ভক্তি কএ ৪০ ঃ দ্বাৰকা পুৰে ঃ আপুন গৃহে ৪১ ঃ জৈছে চলল। সোহি সময়ে দ্বাৰকাৰ প্রজাসৰ ঃ সত্রাজিতক নাজানি ঃ আদিত্য আৱল৪২ বুলি ৪৩ ঃ ভয়ে সংকিত ৪৪ হুয়া ঃ লৱৰি শ্রীকৃষ্ণত জানৱল ৪৫ ॥

প্রজাসব বোল ॥ হে পৰম ইশ্বৰ ঃ তোহাৰি চৰনে ঃ কৌটি কৌটি প্রনাম কৰহুঁ ঃ তুহুঁ দেৱক পৰম দেৱতা ঃ মনুষ্য-চেষ্টা দেখাইএ ৪৬ ঃ গুপ্ত স্বৰূপে থিক ঃ

৩৫। ৰঙ্গে ঃ ৩৬। জাৰ ঃ ৩৭। প্রভায়ে ঃ ৩৮। ধৱল ঃ ৩৯। গৃহে চলহ ঃ ৪০। হৰিষে ঃ ৪১। শ্রীকৃষ্ণৰ সমিপে ঃ ৪২। আসএ ঃ ৪৩। জানি ঃ ৪৪। চমকিত ঃ ৪৫। জান দেলহ ঃ ৪৬। ধৰিএ ঃ



দেখু তোহাক দেখিতে সুৰ্য্য দেৱতা আসএ ৪৭ ॥

সূত্র ॥ প্রজাসবক বানি শুনিএ ঃ শ্রীকৃষ্ণ অল্প হাস্য কয় জে বোলল ॥ শ্রীকৃষ্ণ বোল ॥ অয়ে ৪৮ দ্বাৰকাবাসি প্রজাসব ঃ ওঁহি সুৰ্য্য নুহি ঃ সুৰ্য্যক আৰাধিয়ে ঃ সত্রাজিত স্যমন্ত মনি পাৱল ঃ সোহি মনিৰ ৰশ্মিএ ঃ প্রকাসিত হুয়া ঃ সত্রাজিত নিজগৃহে আৱত ৪৯ ঃ তোহোসব ভয় নাহি কৰবি ॥

সূত্র ॥ আহে সমাজিক লোক ঃ তাহে সুনি ঃ প্রজাসব আনন্দে কৃষ্ণক প্রনামি ঃ নিজ থানে গেলহ। ই কথা ৰহোক। অনন্তৰে সত্রাজিত ঃ নিজ গৃহে আৱল ঃ দেৱক মন্দিৰে ৫০ মনি থাপিত কয়ল ঃ তদনন্তৰে বিপ্রক আনি মনি পুজিতে লাগল। তাহে দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ॥ ৰাগ কানড়া ॥

হাতে মনি লয়া বিপ্র চলে ধিৰে ধিৰে।
সত্রাজিত চলে হাসি দেৱক মন্দিৰে ॥
পদ ॥ নানা ভক্তি ভাৱে নিয়া মনিক থাপিলা।
সত্রাজিতে পৰি ঘৰে অষ্টাঙ্গে নমিলা ॥
হৰি-ভক্তি এৰি সিটো আন সেৱা কৰে।
বোলা হৰি হৰি সভাসদ নিৰন্তৰে ॥*॥৫॥

৪৭। আৱল ঃ ৪৮। হে ঃ ৪৯। আৱল ঃ ৫০। গৃহে ঃ

কথা । সত্ৰাজিত বোল ॥ অয়ে প্ৰজাসব ঃ ওহি মনিক মহিমা কি কহব ং অঃ স্যমন্ত মনি জথাত থাকয় ঃ তথাত মাৰি মৰকত ঃ সৰ্প অগ্নি আদি ৫১ ঃ বিঘিনি নাপাৱয় ঃ প্ৰতি দিনে সুৱৰ্ণ ঃ অষ্টভাৰ স্ৰৱয় ঃ ওহি মনি দেৱত উত্তম ॥

সুত্ৰ ॥ ওহি বুলি সত্ৰাজিত ঃ দেৱগৃহে মনি পুজিয়ে ঃ আনন্দে ৰহল ঃ অনেক দিন মনি পুজি বিস্তৰ সুবৰ্ণ পাৱল ঃ ধনগৰ্ব্বে অন্ধ হুয়া ঃ মহন্তক গনয়ে নাহি ॥ ই কথা ৰহোক ॥ আহে সমাজিক লোক ঃ শ্ৰীকৃষ্ণ উদ্ধৱ সাত্যকি সমে ঃ সুধৰ্ম্মা সভাক চলল ঃ তাহে দেখহ সুনহ ঃ নিৰন্তৰে হৰিবোল হৰিবোল ॥

গিত ॥ ৰাগ তুৰ ভাঠিআলি ৫২ ॥ জোতি মান ৫৩ ॥

চলয়ে গোবিন্দ ঃ সুধৰ্ম্মা সভায়ে ঃ
উদ্ধৱ সাত্যকি সঙ্গে ।
জয় জয় ৰৱ ঃ মিলে মহোৎসৱ
দ্বাৰকা পুৰি ভৰি ৰঙ্গে ॥

পদ ॥ তাল কৰতাল ঃ মৃদঙ্গ কাহাল ৫৪ ॥
সঙ্খ দুন্দুভি বোলে ৫৫ ।
ছত্ৰ ধ্বজ দণ্ড ঃ ছিৰল ৫৬ চামৰ
ঘনে ৫৭ বহুবিধ ঢোলে ৫৮ ॥

---

৫১ । এৰো ঃ ৫২ । বসন্ত ঃ ৫৩ । বিষম তাল ঃ ৫৪ । কোলাহল ঃ
৫৫ । ঢোলে ঃ ৫৬ । ছিলল ঃ ৫৭ । সবদে ঃ ৫৮ । লোলে ঃ



শ্বেত ৫৯ চামৰ ঃ ধুলাই দুই পাসে ঃ
ভক্তি ভাৱে ভক্ত জনে ।
জয় জয় ৰোল ঃ কৰে ঘনে ঘন ঃ ৬০
বালক দৈত্যাৰি ভনে ॥*॥৬॥

সুত্ৰ ॥ আহে সমাজিক লোক ঃ ওহি প্ৰকাৰে উদ্ধৱ সাত্যকি সমে ঃ শ্ৰীকৃষ্ণ সুধৰ্ম্মা সভাত প্ৰৱেসল ঃ কৌটি ব্ৰহ্মাণ্ডক ৰূপে চমৎকাৰ লাগাএ ঃ জদুবিৰসব সহিতে ঃ তথি ৰহল । সোহি সময়ে ওহি সভামধ্যে সত্ৰাজিত গেলহ ঃ শ্ৰীকৃষ্ণ অল্পহাস্য কৰিএ ঃ সত্ৰাজিতক জে বোলল ॥

শ্ৰীকৃষ্ণ বোল ॥ অয়ে৬১ সত্ৰাজিত ঃ তোহাক হামু এক৬২ বচন বোলোহোঁ ঃ তা সুনহ ॥ তুহুঁ সুৰ্য্যাক আৰাধিএ ঃ স্যমন্তক মনি পাৱলি ঃ সে মনিত হস্তে ঃ তোহাৰি লাগে মানে অৰ্থ ভেল ঃ এবে মনিত প্ৰয়োজন নাহি ঃ ওহি দেৱক মনি ঃ তুহু মনুষ্য অল্পচিত্ত ঃ সে মনিত হস্তে কালে বহু দুখ পাৱব ঃ ওহি মনি ৰাজা উগ্ৰসেনক দেহ ॥

সুত্ৰ ॥ তাহে সুনিএ ঃ সত্ৰাজিত পৰম ক্ৰোধ মনে ঃ কৃষ্ণক নামাতি ঃ আপুন গৃহে চলিএ গেল । তদনন্তৰ ঃ সত্ৰাজিতৰ কনিষ্ঠ ভাই ঃ তাহাৰ নাম প্ৰসন্ন ঃ সে

---

৫৯ । ছত্য, ছত্ৰ ঃ ৬০ । মাধৱদেৱক ঃ চৰণসেৱক ঃ
৬১ । হে ঃ ৬২ । হিত ঃ

ঘোৰাত চড়িঃ কণ্ঠত স্যমন্তক মনি. পিন্ধিঃ জৈচে মৃগ মাৰিতে বিজুবনে চলল ঃ তাহে দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

পয়াড় ॥ গিত ॥ ৰগ কানড়া৬৩ ॥ পৰিতাল৬৪ ॥

কণ্ঠত মনি পিন্ধি প্রসন্ন বিৰ ।
ঘোৰাত চড়ি ধৰি ধনু তীৰ৬৫ ॥
পদ৬৬ ॥ পসুক মাৰি ফুৰে বনে ৰনে ।
মৃগ আসি আগে ভৈল উপসনে ॥
সঘনে দিস পাস উৰ্দ্ধক৬৭ চাই ।
কোমল তৃন৬৮ বাচি বাচি খাই ॥
ঘোটক সহিতে দেখি প্রসেন ।
পলাই মৃগ৬৯ গোট বিদ্যুত৭০ জেন৭১ ॥
পাছে পাছে খেদে প্রসন্ন বিৰ ।
সিজ্ঞক আগে আসি ভৈল থিৰ ॥
ঘোটক৭২ সহিতে মাৰি প্রসন্ন ।
ৰণ্ঠৰ ছিণ্ডি লৈলা স্যমন্ত ॥
সিৰত পিন্ধি ৰঙ্গ কএ৭৩ সিজ্ঞ ।
চড়িল৭৪ গয়া পৰ্ব্বত সিঙ্গ ॥

৬৩। ধনশ্রী ঃ ৬৪। একতালি ঃ ৬৫। সৰ ঃ ৬৬। পদ (লোপ) ৬৬। উঠিয়া ঃ ৬৮। বন ঃ ৬৯। পসু ঃ ৭০। বিজুই ঃ ৭১। বন ঃ ৭২। ঘোৰায়ে ঃ ৭৩। কৰি ঃ ৭৪। চলিল ঃ



দেখি জাম্বঁৱন্ত বিৰ বিসাল ।
সিজ্ঞক ধায়া গৈল ততকাল ॥
দুৰ্ঘোৰ জুঝ সিজ্ঞ সমে কৈল ।
সিজ্ঞক মাৰি স্যমন্তক নিল ॥
পাছে জাম্বঁৱন্ত গৰ্ত্ত পসিল ।
উমলিবে৭৫ লাগি সিসুক৭৬ দিল ॥*॥৭॥

সুত্র ॥ ঐছন প্রকাৰেঃ প্রসন্ন মৃগ মাৰিতে বিজুবনে প্রৱেসল৭৭ ঃ সোহি বন মধ্যে সিজ্ঞে পাইঃ প্রসন্নক মাৰি কহু ঃ মনি নিআ গেল । অনন্তৰে ঋক্ষৰাজ জাম্ব ৱন্ত : সিংহক মাৰি মনি নিয়া ঃ সুকুমাৰ নামে কুমাৰক উমলাইতে ঃ ললিতা নামে ধাইৰ হাতে দেলহ ঃ হাতে মনি লয়া ঃ ধাই সিসু উমলাইতে লাগল । ই কথা ৰহোক । আহে সমাজিক লোক ঃ তদনন্তৰে পৰ দিন সত্রাজিত ঃ ভাই নাসিবাৰ দেখিয়ে ঃ কান্দি কান্দি প্রজাসবক বুলিতে৭৮ লাগল ॥

সত্রাজিত বোল ॥ হাহা প্রান ভাই ঃ স্যমন্তক মনি পিন্ধিঃ মৃগ মাৰিতে গেলি ঃ স্যমন্ত মনি সৰ্ব্ব বিঘিনি নাসক ঃ সে মনি ৰহৈছে৭৯ ঃ একোৱে সঙ্কা নাহি ঃ কিন্তু শ্রীকৃষ্ণ পুৰ্ব্বে ঃ ৰাজাক মনি দিতে৮০ কহল ঃ হামু নাহি দেলহুঁ ঃ দেখো তাহেক

৭৫। উমলাইবে ঃ ৭৬। ধাইক ঃ
৭৭। গেল ঃ ৭৮। সুধিতে ঃ ৭৯। আছয় ঃ ৮০। দিবাক ঃ

নিমিতে ঃ কৃষ্ণ হামাৰি ভাতৃক মাৰল। হাহা ভৈয়াই ঃ মনিৰ নিমিতে তোহোক হরু আইলু ঃ পুর্ব্বে জানু কৃষ্ণৰ নিমিতেঃ ভাল বস্তু ৰাখিতে পাৰয়ে নাহি ঃ কৃষ্ণক সমান দুৰ্জন নাহি ঃ অৱস্তে ভাইক মাৰি মনি লেলহ ॥

সুত্ৰ ॥ ওহি বুলি ঃ সত্ৰাজিত জৈছে বিলাপ কয়ল ঃ তাহে দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ॥ ৰাগ গৌৰি ॥ বিষমতাল৮১ ॥

কান্দে সত্ৰাজিত ঃ সোকে আকুলিত ঃ
নয়নক নিৰ জুৰাই৮২ ॥
গৃহ সুন্য কৰি ঃ মোক পৰিহৰি ঃ
কোইক গইলি প্ৰানভাই ॥
পদ ॥ দুষ্ট জন্তুৰাই ঃ খুজিয়া নপাই ঃ
ভাইক মাৰি নিলা মনি।
বেকত নকৰে৮৩ ঃ মাধৱক দৰে ঃ
লোকে কৰে কানাকানি ॥
হৰি হৰি ভাই ঃ তোহোক নপাই ঃ
সোকে দহে সর্ব্ব৮৪ গাৱ।
দিন হিনমতি ঃ কহয় দৈত্যাৰি ঃ
প্ৰনামি মাধৱ পাৱ ॥৪৮॥

৮১। দোমানি পৰিতাল ঃ ৮২। বহিজাই ঃ ৮৩। নকহে ঃ ৮৪ মোৰ ঃ



সুত্ৰ ॥ আহে সমাজিক লোক ঃ দেখু দেখু বিষ্ণু বৈষ্ণৱক ঃ অৱহেলা কৰিতে ঃ অতয়ে বিঘিনি মিলল ঃ প্ৰমান সত্ৰাজিতত দেখহ৮৫ ঃ জানি বিষ্ণু বৈষ্ণৱক চিন্তি ঃ হৰিবোল হৰিবোল ॥

সুত্ৰ ॥ ঐছন পৰকাৰে সত্ৰাজিত তথি ৰহল ঃ তাহেৰ বচন সুনিএ সবলোক বুলিতে লাগল ঃ শ্ৰীকৃষ্ণ প্ৰসেনক মাৰি ঃ মনি লৈয়া গেল। সত্ৰাজিতৰ ঐছন কথা কলঙ্ক সুনিএঃ শ্ৰীকৃষ্ণ বিস্ময় হুয়া জে বোলল ॥

শ্ৰীকৃষ্ণ বোল ॥ অঃ হামু মিছাত কলঙ্ক পাৱলু অব হামু আপুন কলঙ্ক ঃ আপুনে দুৰ কৰব ॥

সুত্ৰ ॥ আহে সমাজিক লোকঃ ওঁহি বোলি শ্ৰীকৃষ্ণ ঃ ভাল নগৰিয়া লোক সঙ্গে লয়া ঃ প্ৰসন্নৰ ঘোৰাক খোজ নিহালি৮৬ ঃ জৈছে অৰন্যে চলল ঃ তা দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

পয়াড় ॥ ৰাগ শ্ৰী ॥৮৭॥

প্ৰসন্নৰ পন্থে চলি জান্ত দামোদৰ।
প্ৰৱন্ধে নিহালি সিটো খোজ ঘোটকৰ ॥
ঘোৰা সমে প্ৰসন্ন পৰিয়া আছে তয়।
সিংহে মাৰি মনি নিলা জানিলো৮৮ নিশ্চয়৮৯ ॥

৮৫। দেলহ ঃ ৮৬। চাহিতে ঃ ৮৭। ৰূপক ঃ ৮৮। জানি ঃ ৮৯। মহাসয় ঃ

দেখিয়া বিস্ময়৯০ ভৈলা সৰ্ব্বলোক জন ।
মিছাত কলঙ্ক পাইলা দৈৱকি নন্দন ॥
এহি বুলি লোক সিজ্ঘ খোজ গুৰি জাই ।
দেখে সিজ্ঘ পৰি আছে দান্ত নিকতাই ॥
ভালুকে নিলেক মনি মাৰিআ সিজ্ঘক ।
খোজ গুৰি ভালুকৰ পাইলেক৯১ গৰ্ত্তক ॥
কহয় দৈত্যাৰি দাসে এৰা আন কাম ।
পাতেক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥*॥

সুত্ৰ ॥ ভয়ঙ্কৰ গৰ্ত্ত দেখিএ ঃ শ্ৰীকৃষ্ণ জে বোলল ॥

শ্ৰীকৃষ্ণ বোল ॥ অয়ে৯২ নগৰিয়াসব ঃ তোৰাসব এথা৯৩ হামাক অপেক্ষি ৰহ ঃ হামু গৰ্ত্তে পসিএ ঃ মনি আনো গিয়া ॥

সুত্ৰ ॥ ওহি বোলি শ্ৰীকৃষ্ণ ঃ মনিক নিমিত্তে ঃ গৰ্ত্তে পসল ॥

পুনু গিত৯৪॥

দেখি সব সেনাগণ বাহিৰত থৈই ।
একলচৰে গৰ্ত্তে কৃষ্ণ প্ৰবেসিলা গৈই ॥
তথাএ দেখিলা কৃষ্ণে মনি স্যমন্তক ।
হাতে লৈয়া ধাই উমলাৱে বালেকক ॥
মনি কাঢ়ি লৈবে মনে প্ৰভু দামোদৰ ।
চাপিলেক গৈয়া সিটো ধাইৰ ওচৰ ॥

৯০। নিশ্চয় ৯১। পাইলন্ত ঃ ৯২। হে ঃ ৯৩। ইঠাইতে ঃ
৯৪। এখন পুথিত পুনুগিত নাই।



সুত্ৰ ॥ শ্ৰীকৃষ্ণ গৰ্ত্তৰ ভিতৰে পসিয়ে দেখল ঃ এক ধাই স্যমন্ত মনি লৈয়া সিশু উমলাইতে আছয় ঃ শ্ৰীকৃষ্ণ পিতবস্ত্ৰ কটিত৯৫ মেহ্লাই৯৬ ঃ কাঢ়ি লৈবাক প্ৰতি জৈছে মনিৰ কাখৰ চাপল ঃ দেখি ধাই ভয়ে আৰ্ত্তৰাৱে জে বোলল ॥

ধাই বোল ॥ অয়ে ৰিক্ষৰাজ ঃ কোথেৰ মনিছ গোটে ঃ মনি কাঢ়ি লয়া জাই ঃ তুহু সত্বৰে আৱ ঃ সত্বৰে আৱ ॥

পুনু গিত৯৭ ॥

কোথেৰ মনিছ গোটে মনি নেঞ্চ কাঢ়ি ।
এহি বুলি ভয়ে ধাই দিলা দীৰ্ঘ গেৰি ।
সুনি জাম্বৱন্ত তেতিখনে ভৈলা বাজ ।
ডাকি ৰাম ৰাম বোলা সমস্তে সমাজ ॥*॥৯॥

সুত্ৰ ॥ ধাইৰ আৰ্ত্তৰাৱ সুনিএ ঃ জাম্বৱন্ত খেদি আসি ঃ জৈছে জম সম হুয়া যুদ্ধ কৰল ঃ তাহে দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ॥ ৰাগ সাৰেঙ্গ৯৮ ॥ পৰিতাল ॥

মনি নেই সুনি জাম্বৱন্ত বিৰ ।
আইলা ধাই কোপে কম্পায়া সৰিৰ ॥

৯৫। কাছ'ৰ ঃ ৯৬। কাছি ঃ ৯৭। পুনুগিত ( এই ডোখৰ লোপ ) ঃ
৯৮। বেলোৱাৰ ঃ

পদ ॥ দেখিয়া কৃষ্ণক৯৯ জলিলা কোপ ।
লগাইলা যুদ্ধ কৰিয়া আটোপ ॥
কতো বৃক্ষ সিলা মাথাত হানে ।
মুণ্ডক মুণ্ডে ঠেকা মাৰে টানে ॥
বাহুৱে বাহুৱে মাল বান্ধে ধৰি১০০ ।
ভৰিক ভৰি ছান্দি থাকে খনে পৰি ॥
বান্ধৰ চোটে ভাঙ্গে হাৰ ঘাৰ ।
আক্রান্তত তুহু১০১ কৰে কোলাহল ॥
এড়িয়া কতোহোঁ হন্ত অন্তৰ ।
দোৰবোৰ যুদ্ধ স্বামি কিঙ্কৰ ॥
ক্রোধে চখু পকাই সঘনে চান্ত ।
তর্জয় গর্জয় কামুৰিয়া দান্ত ॥
কৃষ্ণৰ প্রহাৰে জাম্বৱন্ত ৰাই১০২ ।
ভৈলা ছুটিমুটি১০৩ চেতন নাই ॥৯॥১০॥

সূত্র ॥ আহে সমাজিক লোক ঃ কৃষ্ণৰ প্রহাৰ পাই ঃ জাম্বৱন্ত বিৰ মৃতক স্বভাৱে পৰল ঃ কতো ক্ষনে স্বস্থ হোই ঃ কৃষ্ণক পৰম ইস্বৰ জানি তুতি কৰিতে লাগল ॥

জাম্বৱন্তৰ তুতি ॥ পয়াৰ ॥

জয় জয় ৰাম১০৪ ভুবন ইস্বৰ !
ব্রহ্মা সঙ্কৰ জাহেৰি কিঙ্কৰ ॥

৯৯। কৃষ্ণৰ ঃ ১০৯। জুৰি ঃ ১০১। দুইহন্তে ঃ
১০২। প্রানভাই ঃ ১০৩ শ্রান্তআৰ ঃ ১০৪। ৰাম (লোপ) ঃ



সকল জগত তুহুঁ অধিকাৰি ।
স্রষ্টাৰো স্রষ্টা১০৬ তুমি মুৰাৰি ॥
তুহুঁ নিয়ন্তা জিৱ১০৭ ইস্বৰ ।
নাহি আদি আন১০৮ তোমাত পৰ ॥
তুমি ইষ্টদেৱ মোৰ শ্রীৰাম ।
তুৱা পাৱে পৰি কৰহুঁ প্রনাম ॥
সেতু বান্ধি তুহু সাগৰ তৰিলা ।
ৰাৱন বধি সীতা উদ্ধাৰিলা ॥
তোমাৰ আগে সীতা জন্টাইল ।
তোহাক প্রভু আৱে জানিলো ॥
জগত ইস্বৰ তুমি শ্রীৰাম ।
চৰণে পৰি১০৯ কৰহুঁ প্রনাম ॥৯॥১১॥

কথা ॥ হে পৰম ইস্বৰ ঃ তুহুঁ দেৱক দেৱতা ঃ তোহাক নজানি অহঙ্কাৰ কয়লু ঃ মোহোৰ পাপ মৰখ গোসাঞি ঃ কিন্তু পুছোহোঁ ঃ এহি থানে কি কাজে আৱলি ॥

সূত্র ॥ ওহি বুলি জাম্বৱন্ত ঃ কৃষ্ণক পৰম ইস্বৰ জানি ঃ পৰি প্রনাম কয়ল ঃ শ্রীকৃষ্ণ হাতে ধৰি তোলি ঃ বিচেষ্টা হেন দেখি ঃ অমৃত হাতে তাহাৰ সৰিৰ মার্জল ঃ কৃষ্ণৰ পৰস পাই ঃ জাম্বৱন্ত স্বস্থ১১০ ভেল ঃ তদনন্তৰ তুষ্ট হয়া ঃ শ্রীকৃষ্ণ মেঘ গম্ভিৰ বচনে১১১ জে বোলল ॥

১০৬। সৃষ্টিকো স্রজন্তা ঃ ১০৭। সন্ত ঃ ১০৮। অন্ত ঃ
১০৯। সৰন লৈলো ঃ ১১০। নিৰুজ ঃ ১১১। বাক্যে ঃ

শ্ৰীকৃষ্ণ বোল ॥ হে বিক্ষৰাজ ঃ কৃষ্ণে মনি নিয়া গেল ঃ বুলয়ে সত্ৰাজিত হামাক কলঙ্ক বাদ দেলহ ঃ স্যমন্ত মনি নিয়ে ঃ হামু কলঙ্ক দুৰ কৰব ঃ ওহি কাৰণে তোহাৰি থানে আৱলু১১২ থিক ঃ তুহুঁ হামাৰ পৰম ভকত ঃ ইহা জানি ঃ ওহি মনি হামাক দেহু ॥

সূত্ৰ ॥ শ্ৰীকৃষ্ণৰ ঐছন বাক্য সুনিএ ঃ জাম্বৱন্ত পৰম আনন্দে ঃ জাম্বৱতি নামে আপুন দুহিতা ঃ ৰঙ্গে কৃষ্ণক বিবাহ দেলহ ঃ স্যমন্ত মনি লগে যৌতক দেলহ ঃ শ্ৰীকৃষ্ণ জাম্বৱতিক পাই ঃ পৰম আনন্দে ঃ দ্বাৰকাপুৰি চলল ॥ ই কথা ৰহোক ॥ আহে সমাজিক লোক ঃ গৰ্ত্তৰ বাহিৰে কৃষ্ণক অপেখি জতলোক ৰহৈচে ঃ বাহ্ৰ১১৩ দিন বাট চাই আছয় ঃ শ্ৰীকৃষ্ণ নাসিবাৰ দেখিয়ে ঃ নিবৰ্ত্তিয়ে গৈয়া দ্বাৰকাত জান দেলহ ॥

নগৰিয়া১১৪ বোল ॥ অয়ে বন্ধু-বান্ধৱসব ঃ শ্ৰীকৃষ্ণ অৰন্যে পসিএ ঃ প্ৰসন্নক বিচাৰল ঃ দেখল ঘোৰা সমে প্ৰসন্নক মাৰি ঃ সিজ্ঘে মনি নিয়া গেল ঃ তদনন্তৰ সিজ্ঘক মাৰি ভালুকে মনি নিয়া গেল১১৫ ঃ তাহে দেখিএ শ্ৰীকৃষ্ণ ঃ খোজ গুৰি গৈয়া ভালুকৰ গৰ্ত্ত পাৱল ঃ হামুসব বাহ্ৰ১১৩ দিন বাহিৰে ৰহলু ঃ কৃষ্ণ নাৱল ঃ কৃষ্ণৰ কিবা আথন্তৰ মিলল ঃ হামুসবে নাহি জানলু ॥

---

১১২। আসি ঃ ১১৩। বাঢ় ঃ ১১৪। প্ৰজাসব ঃ ১১৫। নিলেক ঃ



সূত্ৰ ॥ ঐছন বিপ্ৰিয় বানি সুনি ঃ বসুদেৱ-দৈৱকি ঃ উগ্ৰসেন আদি দ্বাৰকাবাসিসব১১৬ ঃ আৰ্ত্তৰাৱে ক্ৰন্দন কয় লাগল ঃ তাহে দেখহ সুনহ ঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত১১৭ ॥ ৰাগ কামোদ ॥ ছুতিকালা ॥

কান্দে দৈৱকি সতি ঃ বসুদেৱ সমনিতি ঃ
সোকে জেন জাই প্ৰাণ ফুটি ।
ফোকাৰয় ঘনে ঘন ঃ ভৈলা দুহু অচেতন ঃ
পৃথিবিত পৰি পাৰে লুটি ॥
পদ ॥ পুনু পুনু পাৰে লুটি ঃ হৃদয়ত হানে মুঠি ঃ
কৈক গৈলা বাপ যদুমনি ।
মুখ চন্দ্ৰ নোহে সৰি ঃ কমল লোচন হৰি ঃ
সোভে কৌটি মনমথ জিনি ॥

---

১১৬। দ্বাৰকাৰ প্ৰজাসব ঃ
১১৭। এই গীত চমৰীয়াৰ পুথিত এনেদৰে আছে ঃ—

হৰি হৰি প্ৰাণপুত্ৰ কৈক গৈলা এৰি ।
তোহোৰ সন্তাপে এ বাপ জাই প্ৰাণ ছোড়ি ॥
পদ ॥ সত্ৰাজিত তই পাপি ভইলি ধুত্ৰকেৰ ।
পুত্ৰক মাৰিলি তঞি মোৰ প্ৰাণ হেতু ॥
হে কৃষ্ণ বাপ তই মোক গৈলি এৰি ।
তোমাৰ সন্তাপে বাপ মঞি মৰো পুৰি ॥
পাপি কংসে মাৰিলেক ছয় গুটি ভাই ।
পাসৰিলো সিটো সোক তযু মুখ চাই ॥*॥

কৃষ্ণ আসন্তক বুলি : দেৱত সাধয় বৰ :
পৰি তুতি কৰে এক মনে ।
মহা মূঢ় মতিহিন : কহয় দৈত্যাৰি দিন :
গতি মোৰ মাধৱ চৰণে ॥*॥১২॥

সূত্ৰ ॥ আহে সমাজিক লোক : পুত্ৰক চেনেহে আকুলিত হয়া : হা কৃষ্ণ বুলি হিয়ে মুঠি হানি : দৈৱকি জৈছে বিলাপ১১৮ কয়ল : তাহে দেখহ সুনহ : নিৰন্তৰে হৰি বোল হৰি বোল ॥

## গিত১১৯ ॥ ৰাগ বেলোআৰ ॥

প্ৰাণধন হৰিহে গোবিন্দ ছোতে হলে ।
তোহাক না দেখি মোৰ সোকে অঙ্গ জলে ॥
পদ ॥ পুত্ৰ সোকে মৰি জাঞ হিয়ে মুঠি হানি ।
অচেতনে পৰি ৰহে দৈৱকি ৰমনি ॥
কহয় দৈত্যাৰি সিসু অতি অল্পমতি ।
জনমে জনমে হৌক১২০ কৃষ্ণত ভকতি ॥

সূত্ৰ ॥ ঐছন বিলাপ কয়ে : দেৱকি ঘনে ঘনে : নিস্বাস ফোকাৰিতে ৰহল । তদনন্তৰ ৰুক্মিনি : স্বামিক নিমিতে১২১ জৈছে বিলাপ কয়ল : তাহে দেখহ সুনহ : নিৰন্তৰে হৰি বোল হৰি বোল ॥

১১৮। ক্ৰন্দন : ১১৯। এই গীত গুৱালকুছিৰ পুথিত নাই ।
১২০। মোৰ : ১২১। লাগি :



## গিত ॥ ৰাগ সুৰ.ই১২২ ॥ ছুটিকালা১২৩ ॥

বিলপতি ৰুকমিনি মাই : নিৰ নয়ন ঝুৰাই ।
ঘনে ঘন নিশ্বাস ফোকাৰে : এ তনু চেতন১২৪ নাই ॥
পদ ॥ কৃষ্ণৰ বিৰহে দেহা দহে১২৫ : এ তাৰে মুকুচি কুমাৰি ।
কৃষ্ণৰ চৰণ চিন্তি মাই১২৬ : দিস দেখু অন্ধিআৰি ॥
হা কৃষ্ণ হা কৃষ্ণ জম্পয়ে : এ মুঠি হৃদয়ে হানি ।
কহয় দৈত্যাৰি সিসুমতিঃ ৰাম বোলা সবে জানি ॥*॥১৪॥

সূত্ৰ ॥ ঐছন ক্ৰন্দন কএ ৰুকমিনি : ঘনে ঘনে নিশ্বাস ফোকাৰি : কৃষ্ণৰ চৰণ চিন্তিএ ৰহল । তদনন্তৰে বসুদেৱ দৈৱকি : জাদৱগন সহিতে দেৱ১২৭ আৰা - ধন কয়ল : কৃষ্ণ আসিবাৰ প্ৰাৰ্থনা কয়ল : তাৰাসবৰ মনোৰথ সিদ্ধি১২৮ ভেল । শ্ৰীকৃষ্ণ জাম্বৱতিক আগে কৰিএ : সামন্তক মনি পিন্ধি : জৈছে দ্বাৰকা চলল : তাহে দেখহ সুনহ : নিৰন্তৰে হৰি বোল হৰি বোল ॥

## গিত ॥ ৰাগ বেলোআৰ১২৯ ॥ ৰূপক১৩০ তাল ॥

চললি১৩১ দ্বাৰকাপুৰি প্ৰভু জদুপতি ।
স্যমন্তক মনি লৈয়া সঙ্গে জাম্বৱতি ॥

১২২। মাউৰ : ১২৩। দোমানি পৰিতাল : ১২৪। আৰ চেতন :
১২৫। নাৰহে : ১২৬। আই : ১২৭। দেৱি, দুৰ্গা :
১২৮। সাফল : ১২৯। মাউৰ ধনশ্ৰী : ১৩০। একতালি
( ধৰমজোতি ) : ১৩১। আৰে ('চললি গোবিন্দ দ্বাৰকা জদুপতি' । ) :

পদ ॥ চৰণে মঞ্জিৰ মনি ৰুনঝুন বোলে ।
হেৰি মুৰুতি মোহন মনমথ১৩২ ভোলে ॥
দেখি জদুগন আনন্দৰ নাহি পাৰ ।
কন্যাগনে পাৰে ৰঙ্গে উৰুলি জোকাৰ ॥
পহুলি পহুলি দিপ ক্ষত আলিপন১৩৩ ।
জয় জয় কৃষ্ণ ৰাৱ কৰে ঘনে ঘন ॥
কহয় দৈত্যাৰি দাস এৰা আন কাম ।
কৃষ্ণৰ চৰণ ধৰি বোলা ৰাম ৰাম ॥*॥১৫ ॥

সুত্ৰ ॥ ঐছন পৰকাৰে শ্ৰীকৃষ্ণঃ দ্বাৰকাপুৰি প্ৰৱেসলঃ জাম্বৱতিক দেখিঃ বসুদেৱ দৈৱকিঃ ৰুকমিনি আদি নাৰিসবৰঃ আনন্দ মিললঃ জদুগন জয় কৃষ্ণ জয় কৃষ্ণ বুলিঃ আগবাঢ়ি আনলঃ শ্ৰীকৃষ্ণ উগ্ৰসেন আদি জদুবৰগন সহিত সুধৰ্ম্মা সভাত বৈঠলঃ সত্ৰাজিতক তথা ডাকিয়া আনাৱলঃ শ্ৰীকৃষ্ণ তাহেক জে বোলল ॥

শ্ৰীকৃষ্ণ বোল ॥ অয়ে সত্ৰাজিতঃ তোহাৰি ভাতৃ প্ৰসন্নঃ কণ্ঠে স্যমন্তমনি পিন্ধি কহোঁঃ মৃগ মাৰিতে গেলহঃ অৰন্যত সিজ্ঝে পাইঃ প্ৰসন্নক ঘোৰা সমে মাৰিঃ মনি লেলহঃ তদনন্তৰ সিজ্ঝক মাৰিঃ জাম্বৱন্ত মনি নিআ গেলঃ জাম্বৱন্ত মনি থাইক দেলহঃ থাই মনি লয়া সিসু উমলাইতে ৰহয়ে

১৩২। মনমোহনঃ ১৩৩। আদপনঃ



থিকঃ দেখি হামু মনি কাঢ়ি লইবাক মনে সমিপ পাৱলু ? হামাক দেখিএ থাই অৰ্ত্তৰাৱ কয়লঃ তাহে সুনি জাম্বৱন্ত ধায়া ১৩৪ আৱলঃ অনন্তৰে জাম্বৱন্ত সহিতেঃ হামু আঠাস দিবস যুদ্ধ কয়লুঃ স্যমন্ত মনি হামু আনলুঃ ওহি নগৰিয়া সবত প্ৰমান দেখহঃ হে সত্ৰাজিতঃ তুহু মিছাত হামাক কলঙ্ক দেলহঃ তোহাৰি স্যমন্ত মনি ওহি লেহু ১৩৫ ॥

সুত্ৰ ॥ ওহি বুলি শ্ৰীকৃষ্ণঃ মনি সত্ৰাজিতৰ হাতে দেলহঃ সত্ৰাজিত মনি লয়াঃ লাজে অপমানে ১৩৬ আপুন গৃহে চললঃ তাহে দেখহ সুনহঃ নিৰন্তৰে হৰিবোল হৰিবোল ॥

গিত ॥ ৰাগ বসন্ত ॥ মান ছুটা ॥

হাতে মনি লয়া মনে গুনে সত্ৰাজিত ৰে ॥
কৃষ্ণক কলঙ্ক দিলো মিছাত পাপিষ্ঠ ৰে ॥ ১৩৭

পদ ॥ জাৰে জিয়ে লোকে মোক নুবুলিবে ভাল ।
মহন্ত সকলে মোক কৰিবে ধিক্কাৰ ॥
কিমতে এৰাইবো মঞিএ লোকৰ সাপ ।
কেনমতে তুষ্ট হন্ত জগতৰ বাপ ॥
কিমতে কৃষ্ণৰ মঞি ৰঞ্জিবোহু চিত্ত ।
জগত ঈশ্বৰ কেনমতে হৈব তুষ্ট ॥

১৩৪। খেদিঃ ১৩৫। লয়া জাসঃ ১৩৬। অধোমুখেঃ
১৩৭। "হাতে মনি লোয়া সত্ৰাজিত চলি জাইৰে! মিছাত কলঙ্ক দিলো দৰি সত্ৰাজিত ৰে ॥"

সত্যভামা কন্যা মোৰ দিগোহোঁ কৃষ্ণক।
লগতে জৌতক মনি দিবু স্যমন্তক ॥
তেরেসে সন্তুষ্ট মোত হৈব দামোদৰ।
নেদেখো উপায় মঞি আৰ আতপৰ॥ ১৩৮
এহি বুলি কন্যা মনি দিলাহা কৃষ্ণক।
কহন্ত দৈত্যাৰি দিন মাধৱ সেৱক ॥ * ॥ ১৬ ॥

সত্ৰাজিত বোল ॥ অয়ে বন্ধুবান্ধৱসবঃ হামু শ্ৰীকৃষ্ণক মিছাত কলঙ্ক দেলহুঁঃ হামাক সৰ্ব্বলোকে মন্দ বোলবঃ সোহি নিমিত্তেঃ হামাৰি সত্যভামা নামে কন্যাঃ শ্ৰীকৃষ্ণক বিবাহ দেয়বুঃ স্যমন্ত মনি লগে জৌতক দেয়বুঃ ইহাত্ত পৰে আন উপায় নাহিঃ সত্বৰে বিবাহৰ সম্ভাৱ মিলাৱ ॥

সূত্ৰ ॥ আহে সমাজিক লোকঃ সত্ৰাজিত পৰম আনন্দেঃ সত্যভামাক কৃষ্ণক সঙ্গে বিবাহ দেলহঃ স্যমন্ত মনিক লগে জৌতক দেলহঃ আনো বহুত ১৩৯ জৌতক দেলহঃ তাহে দেখহ সুনহঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত ॥ ৰাগ সুহাই ॥ জোতিমান ॥

গোবিন্দ কৰতু বিবাহ হৰিষে ॥
সিদ্ধ মুনিগন কুসুন বৰিষে ॥

১৩৮। এই ফাকি চমৰীয়াৰ পুথিত নাই। ১৩৯। সবকঃ



পদ ॥ গৰ্গে হোম দিয়ত চুৰুব ধৰি।
সৰ্ব্ব লোকে বোলে জয় হৰি ॥
সঙ্খ ভেৰি মৃদঙ্গ বজাৱে।
ৰঙ্গে গোবিন্দৰ গুন গাৱে ॥
দিলা নানা জৌতক অপাৰ।
দুৰ্ব্বাক্ষত উৰুলি জোকাৰ ॥*॥১৭॥

সূত্ৰ ॥ ঐছন পৰকাৰেঃ শ্ৰীকৃষ্ণ সত্যভামাক পৰম কৌতুকেঃ বিবাহ কৰাৱলঃ স্যমন্ত মনি লগে জৌতক পাৱল। আহে সমাজিকলোকঃ শ্ৰীকৃষ্ণ ৰুকমিনি জাম্বৱতিঃ সত্যভামাক লয়াঃ ৰত্নময় মন্দিৰে প্ৰৱেসলঃ আনন্দে ক্ৰীড়া নৃত্যকয়লঃ তাহে দেখহ সুনহঃ নিৰন্তৰে হৰি বোল হৰি বোল ॥

গিত১৪০॥ ৰাগ কৈল্যান ॥ খৰমান ॥

কৰত বিহাৰ মুৰাৰি ৰঙ্গে।
গাৱে পিত বাসঃ হাস পৰিহাসঃ
ভকতা ৰমনি সঙ্গে ॥

১৪০। এই গীতৰ ঠাইত চমৰীয়াৰ পুথিত তলত লিখা গীত আছে।

গিত ॥ ৰাগ কৈল্যান ॥ খৰমান ॥

জয় জয় জগজন‍ঃ তাৰন কাৰণঃ নাৰায়ণ পৰদেৱ।
ত্ৰিভুৱন তাৰনঃ পুৰুষ সনাতনঃ সকল জগতে বাসুদেৱ ॥
পদ ॥ প্ৰসন্নক মাৰিঃ সিজ্যে মনি নিলঃ উঠিল পৰ্ব্বত সিৰ।
সিজ্যকো মাৰিঃ মনি নিয়া গেলঃ জাম্বৱন্ত মহাবিৰ ॥
খোজক নিহাৰিঃ কৃষ্ণ গৈয়া তাকঃ পাইলা গৰ্ত্তে গহন।
কহয় দৈত্যাৰিঃ হুয়া সিসুমতিঃ প্ৰনামি মাধৱ চৰণ ॥

